# নিবেদন





শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা।

# পাতনি।

আটাই কবিতাবিলাক ভাবৰ একেগছি জৰীৰে গুঁঠি-বলৈ গ'লে ধৰা পৰিব লাগিব; তেনে উদ্দেশ্যেৰে কবিতাবিলাক লিখাই নাই। 'অঞ্জলি'ৰ দৰে ইয়াকো মনত যেতিয়া যেনে লাগে সেই মতেই হে লিখা। তদুপৰি কবিতা বুলিহে এইবিলাক ৰাইজৰ আগলৈ আগবঢ়োৱা হৈছে; কোনো দাৰ্শনিক মত সমৰ্থন কৰাৰ অভিপ্ৰায়ে নহয়।

যোৰহাট,
চত, ১৮৩৭ শক

---

প্ৰিণ্টাৰ—শ্ৰীকৃষ্ণচৈতন্য দাস।
মেট্‌কাফ্‌ প্ৰিণ্টিং ওৱাৰ্কস্‌
৩৪ নং মেছুৱা বাজাৰ ষ্ট্ৰীট্‌, কলিকাতা।


মাননীয়
শ্ৰীল শ্ৰীযুক্ত ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰ
মহোদয়ৰ
শ্ৰীকৰকমলযুগলেষু

# নিৰ্ঘণ্ট।

# নিবেদন।



## মৰণ।

মৰিলে নেযাওঁ আমি পৃথিবীৰ পৰা,
থাকোঁ আমি ইয়াতে লুকাই,
আজি কোৱা কথাষাৰি বায়ুৰ লগত
ঢৌ উঠি থাকিব সদাই।

মই জোৰা ঠাই খনি বায়ু-সাগৰত
মৰিলেও পূৰণ থাকিব,
যিহকে কৰক মোক,—ৰূপান্তৰ কৰি
নোৱাৰিব একোকে কৰিব।

অজৰ অমৰ মই আছোঁ চিৰকাল,
আছিলোঁও আগৰ পৰাই,
নহওঁ নতুন একো, নেযাওঁ ক'লকো,
ইয়াতেই থাকিম সদাই।

কেতিয়াবা ভাব মোৰ লুকাব মনৰ,
মাতষাৰি হেৰাব মুখৰ,
নেথাকিব একো ভেদ আপোন পৰৰ,
স্নেহ ভাব নৰ'ব মনৰ।

কিন্তু মোৰ দেহ হ'লে সদাই থাকিব,
আন পিনে ক'লকো নেযায় ;
হ'ব পাৰে ৰূপান্তৰ চকুৰে নেদেখা,
সেই বুলি ক'তো নেহেৰায় ।

---

## মৰাৰ পিচত ।

মৰিলে পামনে দেখা তৰা আকাশৰ,
শস্যেৰে শোভিত বসুন্ধৰা,
বিস্তৃত জগত খনি আকাশে আবৰা,
কেউপিনে আনন্দেৰে ভৰা ?

পৃথিবীৰ গাত গজা কোমল বনত
পৰি থকা কোমল নিয়ৰ,
মৰিলে পামনে দেখা বায়ুৰ মাজত
গহীন চলন ডাৱৰৰ ?

কাণেৰে শুনিম জানো প্ৰকৃতিত বজা
শান্তিময় মোহিনী সংগীত,
তালত জিলীয়ে গোৱা মধুৰ মাতেৰে
বিভুৰ যশস্যা পৃথিবীত ?

মৰিলে কাণত যদি একোকে নেবাজে,
একো ছঁয়া নপৰে চকুতো,
হৃদয়ৰ ভাব তাপ সিও যদি যায়,
সুখ তেন্তে নাই মৰণতো।

---

## মৰম-পাশ।

মৰিব লাগিব যদি অৱশ্যে মৰিম,
নোৱাৰো এৰাব তাৰ হাত,
অন্ত হ'ব সিমানতে পৃথিবীৰ সুখ,
একো মোৰ দুখ নাই তাত,
নাই ভবা, মোৰ এই কোমল শৰীৰ
লয় পাব, পৃথিবীৰ গাত।

বহুত কাৰণে মই মৰিব নোখোজোঁ,—
মোহ মোৰ লাগে ধৰালই,
পুৱা উঠি নেদেখিম সূৰ্য্যৰ পোহৰ
চকুজুৰি জাপ গ'লেগই,
গাই থকা আকাশত দেৱতাৰ গীত
নোসোমাব মোৰ কাণলই।

নেজানো আছেনে নাই আৰু ক'ৰবাত
দ্বিতীয় জনম কিবা এটি,—
য'ত গই লগ পাম সুখতো দুখতো
ভাল পোৱা মোৰ সকলোটি ;
ভাল পাওঁ মই কাকো, কোনোৱে আকউ
ধৰি আছে মোকেহে সাবটি ।

দুয়োদলে দুখ পাম এৰা এৰি হ'লে,
কি জানিবা ইয়াৰ পিচত
আৰু ক'তো দেখা দেখি হওঁনে নহওঁ
ভাবি চাব নোৱাৰো মনত,
কেনেকৈ যমে মোক লৈ যাব পাৰে
আছোঁ মই মৰম-পাশত ।

---

## স্নেহ ।

শাস্ত্ৰই শিকায় বোলে গাইগোটা আমি,
স্নেহ মাথোঁ ৰচনা মায়াৰ,
পুত্ৰ পৰিয়াল মিছা, মিছাৰ কল্পনা,
আঁতৰিলে কোন হ'ব কাৰ ?

এই কথা সঁচা বুলি মানিব নোৱাৰি ;
স্নেহ এটি স্বৰ্গৰ সাঙোৰ,
হেজাৰ ৰাঙত তুমি ৰূপ ভ্রম বোলা
থাকিবই স্নেহৰ আঁজোৰ।

পৃথিবীৰ আদিতেই স্নেহৰ জনম,
মৃত্যু তাৰ নাই পৃথিবীত ;
মাটি-দেহ মাটি হ'ব, স্নেহৰ বান্ধনি
লয় হ'লে নেযাব মাটিত।

---

## কোনোবাটি ঢুকাব লাগিলে।

দুয়োটিৰ কোনোবাটি ঢুকাব লাগিলে
আগবঢ়া মোৰে যেন হয়,
থাকিবা ৰঙ্গেৰে তুমি সদাই থকাদি
প্রফুল্ল বদন যেন ৰয়!

সাহেৰে থাকিবা তুমি নির্ভয় মনেৰে,
নাম গাই লৰাক শুনাবা,
নহ'লে অকলশৰে আপোনা আপুনি
মই ৰচা গীতকিটি গাবা।

---

## ৰাখিবাঁ মনত।

ৰাখিবাঁ মনত মোক যদিও আঁতৰি যাওঁ,—
সিপুৰিত গৈ মই নতুন জগত পাওঁ ;
নোৱাৰা শৰীৰ মোৰ তোমাৰ হাতেৰে ছুব,
যাওঁ বুলি ঘূৰি আহি নোৱাৰোঁহি দেখা দিব

ৰাখিবাঁ মনত মোক যদিও নোৱাৰা ক'ব—
কেতিয়ানো দুয়োটিৰ পুনু দেখা দেখি হ'ব ;
খন্তেক পাহৰি যদি আকউ মনত পৰে
নিদিবাঁ ডুবিব মন কেতিয়াও বেজাৰেৰে।

মোৰ দোষ বেয়া গুণ মনত পৰিলে আহি
মোৰ কথা মনলৈ সোমাবও নিদিবাহি ;
নধৰিবাঁ দোষ মোৰ সকলো পাহৰি যাবাঁ,
বেজাৰ নকৰি আৰু আনন্দত মন দিবাঁ।

---

## প্ৰবোধ ।

নেকান্দিবা হুমুনিয়া নেপেলাবা তুমি,
যোৱা কথা হৈ গ'ল আৰু,
ছিঙি অনা ফুলা ফুল আকৌ ফুলাব
কোনোবাই পাৰে জানো বাৰু ?
কপালৰ গুপ্ত ৰেখা কোনেও নেজানে,
নাই পোৱা ভেদ তাৰ মানুহৰ জ্ঞানে ।

উৰা সুখ উৰি গুচি খন্তেকতে যায়,
দুখ কিয় সৰহ থাকিব ?
তাকৰীয়া সুখ,—যেন সপোনত পায়,
দুখে কিন্তু বেগতে নেৰিব ।

---

## কিজানিবা মই দুখ পাওঁ ।

মৰিলে চিতাত মোক ভাল কৰি নিবা
কাঠ-কুঠ নিদিবা ভৰাই,
তাকৰ তাকৰকই খৰি জাপি দিবা
কিজানিবা মই দুখ পাওঁ ।

পিন্ধিব নোৱাৰা মোৰ কাছুটি পিন্ধাবাঁ,
গা দিবাঁ পানীৰে ধুৱাই,
ককালৰ খোচোনাটি ঢিলা কৰি থবাঁ
কিজানিবা মই দুখ পাওঁ।

জুইকুৰা লাহে লাহে চিতাত লগাবাঁ
একেবাৰে নিদিবাঁ জলাই,
গাৰ চিন থাকে মানে মোক সুখুচিবাঁ
কিজানিবা মই দুখ পাওঁ।

থৰি দিবা মোক তুমি নইৰ বালিত
কেৱেঁ যেন চিনকে নেপায়,
হাঁহিলে কোনোৱে মোৰ মৰিশালনীত
কিজানিবা মই দুখ পাওঁ।

---

## সঙ্গিহীন।

আছিল সজাত দুটি ধুনীয়া চৰাই,
য'তে ত'তে জোৰ পাতি ফুৰে,
ইটি যোৱা বাটে বাটে সিটি উৰি যায়,
কাৰো লগ কোনোটিয়ে নেৰে।

এটিয়ে যেতিয়া কণ দিব উলাহেৰে
সিটিয়ে ৰঙ্গেৰে থাকে চাই,
দুয়োটিয়ে মিলিজুলি চোতালত পৰা
খুদ কণ খুঁটি খুঁটি খায়।

কোনোটিক হাত মেলি ধৰিব খুজিলে
লৰ মাৰি আঁতৰে তেতিয়া,
ইটিয়েও উৰা মাৰি তাৰ লগ লয়
নেৰি তাক অকলশৰীয়া।

এদিন জাবৰ নিশা সজাত থাকোতে
তাৰে এটি ঠেৰেঙা লাগিল,
ৰাতিপুৱা নহা দেখি মানুহে চালত
দেখে তাৰ জীৱ আঁতৰিল।

ইটিও আছিল তাৰ ওচৰতে ৰই
হাত নিলে খোঁট মাৰি দিয়ে,
সজা এৰি সেই দিনা বাহিৰ নোলাল,
টোপ দিলে মুখত নিদিয়ে।

## প্ৰশ্ন।

হাঁহি থকা মুখ খনি আৰু নেদেখিলোঁ
যাৰ গ'ল যাৰ পাওঁতেই,
চাঁত কৰে আঁতৰিল,—ভাবনাৰ মুখা
ভাগি গ'ল চাই থাকোঁতেই।

যাৰ পাই হেৰুৱালোঁ স্বপ্নৰ ছবিটি,
যাৰ পোৱা অতি নিদাৰুণ;
অনিশ্চিত এৰি তেও নিশ্চিতকে পালোঁ,
মানি ললোঁ সেয়ে এটি গুণ!

মৰণ তুমিও জানো অনিশ্চিত এৰি
দিবা কিবা নিশ্চিত জীৱন?
বুজিব নোৱাৰি এই প্ৰশ্নৰ উত্তৰ
সদাই অশান্তি মোৰ মন।

---

## সংশয়।

জানো যদি আতমাৰ অনন্ত জীৱন
মৰণেও নোৱাৰে ঢুকাব,
কিয় ভয় লাগে তেন্তে মৰণৰ বাবে
খোজোঁ আমি মৰণ এৰাব?

নির্ভয় চিত্তেৰে কোনে পাৰে পৃথিবীত
মৰণৰ ওচৰ চাপিব,
সাধুৰ কাহিনী মাথোঁ কল্পনাৰ কথা,
কোনে তাক নিজে আচৰিব ?

সকলো ধৰ্ম্মই নিতে শিকাব লাগিছে
মৰণৰ ভয় এৰাকেহে ;
কিন্তু ক'তা, তাৰ একো ফল ধৰা নাই
ভয় কৰে আটায়ে তাকেহে।

হেজাৰ মুখেৰে কওঁ,—মনৰ মাজত
সদাই সংশয় লাগি আছে,—
কি হয় নেজানো ঠিক এই আতমাৰ
জীৱনৰ মৰণৰ পাচে।

কোনো এটি ভাবে নাই থকা পৃথিবীত
চিৰকাল থিতাপি লগাই,
স্বাধীন চিন্তাৰ সোঁত সদাই বলিছে
ভেঁটা দিয়ে এনে কোনো নাই।

---

## বিশ্বৰ নিয়ম ।

পুৱাৰ পোহৰে সাবটি ধৰিব
গোটেই জগত খনি,
বিলৰ পদুম বিলতে ফুলিব
খেন আপোনাৰ গণি,
পৃথিবীৰ গতি আটুট থাকিব
অলপো নহব লৰ,
তৰাবো গহীন মুগুচিব গুণ
যদিও নেথাকে নৰ ।

দিয়া নাই বল মানুহে অলপো
ধৰাধৰ নিজে বলী,
থাকেবা নেথাকে পৃথিবীত জীৱ
পৃথিবী থাকিব চলি,
চন্দ্ৰৰ পোহৰে আগবাঢ়ি আহি
চুমিব গছৰ আগ,
দেখা বা নেদেখা, ৰাঙলী ৰ'দেৰে
পৰ্ব্বতে মাৰিব পাগ ।

বিশ্বৰ সৌন্দর্য্য সদাই থাকিব
তুমিহে কেনিবা যাবা,
বিশ্বৰ নিয়ম আছে একে দৰে
ভাঙ্গিলেই গম পাবা ;
তুমি নেথাকিলে প্ৰকৃতি দেবীৰ
একোকে নহ’ব হানি,—
তুমিহে নেলাগে নেথাকে যদিও
এটিও ধৰাত প্ৰাণী ।

---

## উন্নতি ।

থাকিবনে চকু মোৰ সদাই জপোৰা ?
নিশ্চয় এদিন দেখা পাম ;
টোপনি ভাগিলে মোৰ সাৰ পাই উঠি
এই চকুৰেই মই চাম ।

যেয়েবা কৰক কাম, তাৰ অংশ মোৰ
কোনেও নোৱাৰে হেৰুৱাব,
লোকৰ জ্ঞানেৰে মই নিজ পোহৰাম,
পাপে মোক ছুব নোৱাৰিব ।

গতি মোৰ আগপিনে কাতি-কুতা নাই,
হোঁহোঁকাব নোৱাৰে কোনেও,
হয়তো অইন মোৰ আগবাঢ়ি যাব,—
যাম,—মোক লগ এৰিলেও।

যাওঁতে লাগিব পাৰে বহুদিন ৰ'ব
বাটৰুৱা বহুত ঘৰত,
পাম গই সেই ঠাই পলম হ'লেও
অৱশ্যে কোনোবা এদিনত।

---

## নে'ৱাৰা বুজিব।

আছে পৃথিবীত বহুত জীৱ
কোমল গঠন অতি,
আমাৰ গুণেৰে নোৱাৰো ধৰিব,
আমিও নেবাধোঁ গতি।

আছে পৃথিবীত বহুত জীৱ
আমিও নেলাগোঁ গাত,
একোৰে আমাক নোৱাৰে মনিব,
নেভেটে আমাৰ বাট।

গ্ৰহ নক্ষত্ৰয়ো আঁজুৰি আছে,
বাখিছে আমাক টানি,
নেজানো আমাৰ কিমান দিনত
ক'তনো লাগিব থানি।

নিজৰ দৰ্শন পঢ়িবা নিজে
লোকক ভুলোৱা কিয় ?
নিজৰ চাঙত নিজে থিয় হোৱা
পৰক নকৰা থিয়।

সজাই পৰাই লিখোঁতা লোকে
যিহকে-তিহকে লিখে,
ভাবৰ কোবত অস্তিত্ব নথকা
কিবা কিবি এটা দেখে।

বিচাৰি ফুৰাই যিহকে পায়
তাকেই সাবটি ধৰে,
পালে ছলোতাঁই সৰল মনক
তেতিয়াই ছল কৰে।

যিজনে তোমাক নিদিয়ে দেখা
নোৱাৰা ধৰিব তত,
যিজনে নিজক বুজিব নিদিয়ে
মিছা দুখ যতনত।

বুজিব পাৰিছা আৰু কিবা আছে
তাকেই মানিবা সাৰ,
নিজৰ শকতি ডাঙৰ ভাবিও
বাহিৰে নোপোৱা পাৰ।

যত আছে তেওঁ তাতেই থক
নেলাগে বিচাৰি যাব,
পাবহি যেতিয়া উচিত সময়
পোৱা লোকে লগ পাব।

---

## পৰিচয়।

কোন তুমি, ক'ত ঘৰ কিহৰ কাৰণে
যোগ দিছা সংসাৰ যুজত ?
আৰ্য্য মই, লুপ্তপ্ৰায় জীৱনৰ বাবে
যত্নবান এই জগতত।

নহ’ল তোমাৰ কথা ; আকৌ এবাৰ
ভাবি চাই দিয়াঁ সমিধান ;—
প্ৰাচীন এচিয়াবাসী কৰ্ম্মৰ কাৰণে
সঁপি দিছোঁ মোৰ মন-প্ৰাণ।

তোমাৰ উত্তৰ মোৰ মনে নধৰিলে,
ভাল কথা কোৱাঁ তাতোকৈ ;—
মানুহ জগতবাসী ধৰ্ম্মৰ উদ্দেশে
পৃথিবীত ভাও দিছোঁ মই।

সিটিও তোমাৰ কথা ঠেক অন্তৰৰ,
দিয়াঁ মোক যোগ্য সমাচাৰ ;—
পৃথিবীৰ জীৱ মই মোক্ষৰ কাৰণে
বিচাৰিছোঁ লগ কাৰবাৰ।

অলপ ওচৰ হ’ল, আৰু চাপি গই
দিয়াঁ মোক ঠিক পৰিচয় ;—
তেৱেঁ মই তেঁৱে মই—পৰম আতমা—
হৃদিন ইয়াতে আছোঁ ৰই।

অলপ বুজিছাঁ তুমি, নিজক চিনিছাঁ,
আৰু আছে বহু জানিবৰ ;—
এইটি দেহেৰে আৰু একোকে নুবুজোঁ
পিচেহে বুজিম বুজিবৰ।

———

## সম্বল।

যেই বা নহওঁ মই, এটি কথা সোধোঁ—
পৃথিবীৰ জ্ঞান ঠিক হয়নে নহয় ?
যদি মিছা,—তেন্তে এই বিভুৰ কল্পনা
সিও মিছা, কোনে তাক সাৰ বুলি কয় !

মৰাৰ পিচত মোৰ যাবনে লগত
আহৰণ কৰা জ্ঞান এই জগতত,
নাইবা সকলো জ্ঞান পৃথিবীত ঘটা
চুৰা বুলি এৰি যাম, নিনিওঁ লগত ?

আনিছিলোঁ জ্ঞানো আমি আহোঁতে লগত
কিবা জ্ঞান অৰ্জ্জা আমি কোনোবা কালত !
সকলো ঘটিলোঁ আমি এই জগততে
তেন্তে কিয় লৈ যাম লগত মৰোঁতে ?

পাপ পুণ্য কেনে তাক নোৱাৰি বুজিব,
বুজিলেও তাৰ ভোগ এই পৃথিবীতে ;
লগত নেযায় একো ইয়াতে থাকিব,
নাছিলো পাপ পুণ্য সমূলি আদিতে।

কৰিছোঁ নিজক মই নিজে অনুভৱ,
পাৰিছোঁও আছোঁ বুলি মনত মানিব ;
এই দুয়োটাও যদি ইয়াতেই থাকে
তেনেহ'লে নিবলৈ একো নেথাকিব।

কৰ পৰা মন আৰু বুদ্ধি উপজিল ?
ক'ব পাৰা,—এয়ে মোৰ আগৰ সম্বল ;
মন বুদ্ধি সকলোৰে সমান নহয়,—
বিকাশৰ অনুযায়ী অনুৰূপ বল।

হ'ব পাৰে এনেকুৱা,—পৃথিবীত পৰি
মন বুদ্ধি দুয়োটাৰ কণ মৰি যাব,—
বেয়া মাটি, বেয়া সাৰ, বেয়া খেতিয়ক,
তিনিও কৰিব বেয়া গজালি নোলাব।

খেতিৰ যিখিনি সঁচ একেদৰে থাকে,
যোৱাৰ কালতো ঠিক একেদৰে যাব ;
পৃথিবীত তাৰে এটা খেতি কৰিছিলোঁ
সেই বুলি তেজ জানো দুগুণ বাঢ়িব ?

বাঢ়িলেও, যি দেশত আমি পৰোঁগৈ
তাত হ'লে হাবিয়নি ভাঙিব লাগিব ;
নিৰুপায় তাৰ একো উপায় নোলায়,
ইয়াত নোৱাৰি তাৰ মীমাংসা কৰিব।

জীৱনৰ আদিতেই কিছুকাল মই
আছিলোঁনে টোপনিত ভূৰ্‌ভং নাই,
সেইদৰে কি জানিবা মৰাৰ পিচতো
থাকোঁ কিছুকাল একো চেতন নেপাই !

মৰিলেই মিলোঁ যদি অনন্ত জ্ঞানত,
নাই য'ত একোকে নতুন শিকিবৰ,—
পৃথিবীত দুখ কৰা একো কাম নাই,
কাম নাই সঠিক-বিঠিক বাছিবৰ।

---

## পুতলা।

পুতলাৰ দৰা কন্যা আইটীৰ খেলা,
পুতলাৰে ধেমালি সদাই,
আথৰা কৰিছে মাথোঁ নিজ জীৱনৰ
ভাৱনায়ো পাবহি বেগাই

সংসাৰ গোটেই খনি পুতলাৰ খেল,
কোনোবাই ধেমালি কৰিছে ;
আমিও খেলাৰ বস্তু, নেদেখা জনাই
ধেমালিতে আমাক সাজিছে।

হাহি উঠে দেখি মোৰ পুতলাৰ লীলা,
পুতলাই পুতলা সাজিছে,
পুতলাই পুতলাকে বেচিছে কিনিছে,
পুতলায়ে ৰঙ্গত নাচিছে।

---

# প্রতি-ধ্বনি।

পালেহি জাহাজে আহি গুৱাহাটী ঘাট,
বজাই ৰঙ্গৰ শিঙ্গা অহাৰ বুজনি,
যাৰ গলে শিঙ্গা-মাত উঠে প্ৰতিধ্বনি
কেউপিনে বেৰি থকা পৰ্ব্বতৰ গাত।

গই থাকে প্ৰতিধ্বনি পৰ্ব্বতে পৰ্ব্বতে
জাহাজৰ শিঙ্গা আৰু নেবাজে যদিও ;
ভাবি চালে পৰ্ব্বতৰ নিচিনা আমিও,
কাৰবাৰ প্ৰতিধ্বনি আমাৰ দেহতে।

পৰ্ব্বতত গীতে নিজে জনম নলয়,
লোকে গোৱা গানটিকে গুণ্ গুণ্ গায় ;
আৰ-তাৰ পৰা পোৱা জ্ঞান মিহলাই
আমিও নিজৰ বুলি দিওঁ পৰিচয়।

যেনে শুনে তেনে দৰে পৰ্ব্বতে বজায়,
আমি হ'লে মিহলাওঁ নিজৰ ভাবেৰে ;
ভাঙ্গি-ছিঙি চালে হ'লে পৰা একেদৰে
নামিহলে যিমানে মানুহে মিহলায়।

ওপজোঁতে পৰ্ব্বতৰ দৰে একো নাই,
শিকিলোঁ লোকৰ কথা নিজে বয়সত ;
জাহাজে সজাগ কৰা মৰা পৰ্ব্বতত ;
বজাৰ নিচিনা শিঙ্গা আহিছোঁ বজাই।

যথাৰ্থতে যিবা আমি হওঁ বা নহওঁ,
জীৱটিও প্ৰতিধ্বনি এটি পৃথিবীত,
সজাগ সকলো গুণ পুৰুষ-শিক্ষিত
প্ৰকৃতিত তেনে গুণ বিচাৰি নেপাওঁ।

---

## বিশ্ব-ভাৱনা।

আমি নাচিব লাগিছোঁ গোটেই জীৱন
কাৰ সুৰত নেজানো ;
আমি গাবই লাগিছোঁ গোটেই জীৱন
কাৰ গান নেজানো।

আমি মাটিৰ পুতলা নাচিব লাগিছোঁ
কোনে নচায় নেদেখোঁ,
আমি কাৰবাৰ বাঁহী বাজিব লাগিছোঁ
কোনে বজায় নেদেখোঁ।

আমি কাৰবাৰ গুণ গাবই লাগিছোঁ
নিজকে নিজে পাহৰি ;
আমি কাৰবাৰ কাম কৰিব লাগিছোঁ
অলপো নাই আহৰি।

আমি ভাও লৈ লৈ বিশ্বৰ ভাৱনা
সদাই পাতিব লাগিছোঁ ;
আমি ঠিক ভাৱৰীয়া হাঁহি কান্দি নাচি
নিজ ভাও দিব জানিছোঁ।

---

## অমিল।

আহিছোঁ সকলো আমি স্বৰ্গবাস এৰি,
বয়সৰ লগে লগে আহিছোঁ আঁতৰি ;
লৰা অৱস্থাত থাকে ছুঁয়া স্বৰগৰ
সেইবাবে সৰলতা নেযায় মনৰ।

জোনৰ জেউতি দেখি বৰ ভাল পায়,
য'তে চকুপৰে তাকে হেঁপাহেৰে চায়,
ওপৰেদি উৰি যোৱা চৰাই জাকত
চাই থাকে ভোল গই নিজৰ ভাবত।

সকলোকে নিজ ভাবি হাঁহি দেখুৱায়,
সংসাৰৰ ভাবে ঠাই মনত নেপায়,
নেজানে,— জগত খনি বাহিৰে সুখৰ
ভিতৰত নানা ৰূপ যাতনা দুখৰ।

বয়সৰ লগে লগে সংসাৰত পৰি
স্বৰগৰ সজ জ্ঞান সকলো পাহৰি
মিলি যায় পৃথিবীৰ জীৱনী-চক্ৰত
অৰ্পি নিজ মন-প্ৰাণ মায়াৰ হাতত।

শেষত দেখিবা চিন সকলো লুকাল,
নেপায় মনত আৰু একো দেখি ভাল,
বশ কৰে সকলোকে হিংসা অহঙ্কাৰে,
অলপো নোপোৱা মিল লৰা বয়সেৰে।

---

## নিৰ্ভৰ।

ক'তনো শিকিলা তুমি এনে অহঙ্কাৰ,
কিয় খোজা উৰাও মাৰিব ?
যিমান পানীৰ মাছ, সিমানতে থাকা,
নেলাগে লোকৰ খোজ লব।

ভাবিছা ঈশ্বৰ ঠিক তোমাৰে নিচিনা,
পৰি আছে স্নেহৰ ডোলত,
প্ৰধান সৃজন তুমি প্ৰিয় পুত্ৰ বুলি
থিয় দিছা সবাৰো আগত !

হিংসা নাই ঈশ্বৰৰ কোনো জীৱলই,
সেইবাবে স্নেহো কাতো নাই,
সকলো সমান, তুমি নোহোৱা আপোন,
নাই থকা তোমালকে চাই।

তোমাৰ দেহতে চোৱাঁ কিমান জীৱৰ
বাস আছে লেখ-জোখ নাই ;
কাৰ বা দেহত তুমি আছা সেইদৰে
কোনে তাৰ উৱাদিহ পায় ?

অৱশ্যে ঈশ্বৰে চায় সমান চকুৰে
ঘাঁহ বনডালিকো তোমাৰে ;
কিয় তুমি চাঁহি-মুহি নিজক পুহিছা,
কিয় ধনী লোকৰ ধনেৰে ?

জীৱন ধাৰণ মানে বলৰ বিজয়,
জীৱনৰ অন্ত দুৰ্ব্বলীৰ ;
সংসাৰৰ পাতনিতে বল যাঁৰ তাৰ,
আজিও সেয়েই পৃথিৱীৰ।

ঈশ্বৰে তোমাক ৰক্ষা কদাপি নকৰে
পৰা যদি বলীৰ হাতত ;
নিজক ৰাখিবা তুমি নিজৰ বলেৰে,
নতু তুমি পৰিলা কালত।

সজা লোকে সাজি দিছে সকলো সঁজুলি,
দিছে বুদ্ধি তোমাৰ দেহত,
পাৰিলে চলাই থালা নহলে হটিলা,—
পৰাজয় জীৱন-যুঁজত।

ভাবা যদি,—ঈশ্বৰৰ বিধানৰ মতে
চলি আছা সকলো কামত,
তেন্তে কিয় বল শক্তি সাজি নো ঈশ্বৰে
আঁৰি দিলে তোমাৰ দেহত ?

কৰোঁতে নিজৰ কাম সজ উপায়েৰে
কৰা যদি অনিষ্ট লোকৰ,
কি কৰিবা সেইবাবে, নোৱাৰা এৰাব
বান্ধি থোৱা হাত কৰ্ত্তব্যৰ।

নেলাগে নিজৰ তুমি গৌৰৱ বঢ়াব
ঈশ্বৰৰ প্ৰিয় পুত্ৰ বুলি,
মহা উদ্দেশ্যৰ তুমি একোকে নুবুজা,—
—নাই শক্তি বুজাৰ সমূলি।

---

## বৃন্দাবন।

বৃন্দাবনে জুৰি আছে গোটেই জগত,
সকলো মানুহে তাত কৰিছে বিহাৰ ;
সকলো গোপিনী তাত কৃষ্ণৰ আশ্রিত,
এজন পুৰুষ মাথোঁ কৃষ্ণ অৱতাৰ।

কামাতুৰ সকলোটি প্রেমত মজিছে,
পাৰ্থিৱ বসন আজি কৃষ্ণই হৰিছে,
পাপৰ জীৱন খোজে লুকাব লাজত,
তেতিয়াই ধৰা পৰে কৃষ্ণৰ আগত।

কৃষ্ণক পাহৰি যদি ভজে কাৰবাক
কৃষ্ণই তেতিয়া দিয়ে বাঁহীটি বজাই,
ততালিকে কৰা কাম কৰাতেই এৰি
লৰি আহি লগ ধৰি তাতে ভোল যায়।

সেইটি বাঁহীকে শুনি জগতে নাচিছে,
সূৰ্য্যই চন্দ্ৰই দুয়ো পোহৰ ঢালিছে,
এই খনি বৃন্দাবন সুৰম্য কানন,
আন নাই তাত মাথোঁ আছে গোপীগণ।

## মন্দিৰ।

নামঘৰ বুলি বহুত মানুহে
সাজিছে বহুত ঘৰ,
বহুতে আকউ বুলিছে মজিদ্
ঘৰক সিবিলাকৰ,
গিৰ্জা, সমাজ, বিবিধ নামেৰে
বিবিধ মানুহে সাজে,
সকলো সমান, সকলো ঘৰেই
অভেদ নামৰ বাজে।

গধূলি বেলিকা শাৰী শাৰী কৰি
লগাই বিবিধ চাকি,
বহিবৰ বাবে বিবিধ আসনে
পেলায় ভিতৰ ঢাকি,
জহকালি তাত বিচনীৰ বাত
শীতল গোটেই ঘৰ,—
পৰিচয় দিয়ে সেই ঘৰবোৰ
মন্দিৰ বিশ্বদেৱৰ।

মিছা সেই কথা,—জগত্-পিতাৰ
নহয় বহুত ঘৰ,
একেটি মাথোন দেৱৰ মন্দিৰ
ঘৰ সেয়ে জগতৰ,—
চাল খনি তাৰ আকাশতে আছে,
চাকি চন্দ্ৰ, সূৰ্য্য, তৰা,
বতাহে সদাই তাপ আঁতৰায়,
ঘাঁহেৰে আসন পৰা।

---

## প্ৰাৰ্থনা।

সকলোৰে মিলি পুৱা বা গধূলি
নেলাগে মুখেৰে গাব,
তাল খোল লই নেলাগে বজাব,
নেলাগে দবা কোবাব;
বিশ্বৰ মাজত সদাই বাজিছে
বিভুৰ প্ৰাৰ্থনা গীত,
মিলি যোৱা তুমি তাৰ লগে লগে
সমৰ্পা আপোন চিত।

হুটামানে মিলি কিয়নো বেলেগে
বিভুৰ মহিমা গোৱা,
নিজৰ ভাষাত বিভুৰ করুণা
কিয়নো মুখেৰে কোৱা ?
সকলোৱে গোৱা সকলোৱে বুজা
বাজিছে প্ৰাৰ্থনা গীত,
মিলি যোৱা তুমি তাৰ লগে লগে
সমৰ্পা আপোন চিত।

---

## ৰাজ-সভা।

একো শিকা নাই শিকিব লগীয়া
আছে বহু কথা মোৰ ;
গোটেই জীৱন থাকিলেও শিকি
শিকাৰ নপৰে ওৰ।

ভাবি যদি চাওঁ অলপো নেদেখোঁ
হিয়াৰ চাকিত তেল,:
নিদিয়ে সোমাব, কিহেৰে পাতিম
ৰজাৰ সভাত মেল ?

যিপিনেই চাওঁ একে যেন দেখোঁ
নেজানো কেনিনো বাট,
নিচিনিলোঁ মই কোন পিনে গ'লে
ওলাম ৰাজ সম্ভাত।

বতাহত শুনো অলপ অলপ
ৰজাৰ সভাৰ ৰোল,
ক'ৰ পৰা আহে নোৱাৰোঁ বুজিব,—
নুবুজোঁ বিশ্বৰ বোল !

---

## তোমাৰ পূজা।

আছিলোঁ যেতিয়া সৰু, লুকাই লুকাই
কৰিছিলোঁ বহু পূজা মই,
জানিছিলোঁ ঈশ্বৰক পূজা কৰা ভাল,
নাহিছিল আশা মনলই।

এতিয়া পূজিলে কিন্তু নোৱাৰোঁ এৰাব
কিবা এটি উদ্দেশ্যৰ হাত ;
আন একো নহ'লেও মোক্ষ পাম বুলি
আশা মোৰ থাকেই পূজাত।

কোনটিনো পূজা প্ৰভু তুমি ভাল পোৱা
এই মোৰ দুয়োটা পূজাৰ ?
পূজিলে তোমাক আশা কৰি বা নকৰি
দুখ সুখ হয়নে তোমাৰ ?

কোনোৱে কৰিছে পূজা গছৰ তলত,
তিনি-মূনি বাটত কোনোৱে,—
সেই পূজা তুমি প্ৰভু লোৱানে নোলোৱা,
পূজিবনো লাগে কেনে ভাৱে ?

প্ৰকৰণ আয়োজন কেনে হ'ব লাগে,
থাকানে কি কোনোবা তীৰ্থত ?
ক'তনো পূজিলে তুমি হাতে হাতে লোৱা,
নোলোৱানে পূজা অইনত ?

পূজা লোৱা তুমি প্ৰভু কোন প্ৰস্তাৱত,
কেনে কেনে মানুহৰ হাতে ?
কোন ভাষা বুজা তুমি, মানুহে তোমাক
কেনেনো সম্বন্ধ ধৰি মাতে ?

কৰিলে তোমাক পূজা ভাল পোৱা জানো,
নকৰিলে জানো বেয়া পোৱা ?
যিজনে নেপায় চিনি তোমাৰ চৰণ
তাক জানো কোলাত নোলোৱা ?

---

## সাঁথৰ।

এই কাষ্ঠা এৰিলেই পামনে তোমাক
নাই পৰা নিৰ্ণয় কৰিব,—
হয়তো বহুত খোপ উঠিলেহে আৰু
লগ মই পাৰিম ধৰিব।

যিটি বাট খোপ খোপ তাৰ ঠিক নাই,
পাৰে ভৰি পিছলি আহিব ;
উঠা বাট কেবাবাৰো হয়তো লাগিব
ঘূৰি ঘূৰি আকউ উঠিব।

ভাবিছোঁ ইমান মই, শেষ ইমানতে
তোমাৰ বিৰহ বেদনাৰ,
লাগিব মনত দুখ ইয়াৰ পিচতে
লগ যদি নেপাওঁ তোমাৰ।

পাপত প্ৰবৃত্তি কিয় হয় মানুহৰ,
কিয় তুমি ঢিলোৱা এৰাল,
পৰীক্ষানো কৰা কিয়, নকৰিও তুমি
জানা দেখোঁ কোন বেয়া ভাল ?

দেখিছোঁ নোপোৱা ভাল থিৰ মানুহক,
বলিয়াহে ঠিক লগৰীয়া ;
নহলে কিয়নো এনে সাঁথৰ সাজিছা
হয় য'ত মানুহ বলিয়া ?

ইঁহি আছা ওপৰত, তলত মানুহে
তোমাৰ সাঁথৰ ভঙা চাই ;
ধন্য ধন্য যিসকলে বেলেগ বেলেগ
সাঁথৰৰ অর্থ উলিয়ায়।

---

## ভিক্ষা।

নেলাগে বসন্ত ধৰাত থাকিব
থাকিলে মনত মোৰ
জীৱনত মোৰ নেলাগে সম্পদ
থাকিলে মনত মোৰ ;
শক্তি যেন পাওঁ বাৰিষাও মই
বসন্তৰ ভোগো সুখ,
বিপদতো পাৰ লাগে যেন ভাল
নেপাওঁ এধানো দুখ।
পিন্ধো বা নিপিন্ধো পিন্ধা যেন মোৰ
সদাই মনত লাগে,
খাওঁ বা নেখাওঁ মনৰ বলতে
খাই থকা যেন লাগে ;
বাহিৰত হোৱা ধুমুহা বতাহে
নকঁপায় যেন মন,
মনত সততে নির্ম্মল নিয়ৰ
হয় যেন বৰষণ।

## বিশ্বৰাজ্য ।

মানুহ বুলিলে সকলো একেই
সকলো আমাৰ ভাই,
অন্তৰ লগতো ভাই ভাব কৰা
কোনেনো দিব শিকাই ?
গছ-গছনিকো মৰম কৰিব
কেতিয়া জানিম গই,
বিশ্বৰ ৰাজত পৰ ভাব আৰু
গুচিব কাহানিকই ?

মনৰ ভাবক ভাষাই মাথোন
বাহিৰে প্ৰকাশ কৰে,
কেতিয়া ধৰাই বহু ভাষা এৰি
চলিব একেটিৰে ?
যিটি ভাষা আমি বুজিম ঠাৰতে
নেলাগে মুখেৰে ক'ব,
গছ-গছনিৰো মনৰ ভাবটি
ঠাৰতে প্ৰকাশ হ'ব ।

## পুণ্যৰাজ্য।

পৃথিবীত যদি থাকিব খুজিছা
সত্যৰ আশ্ৰয় লোৱা,
অসাৰ অসত্য কাতি কৰি থৈ
সত্যৰ মহিমা গোৱা।

ধৰ্ম্মৰ বাটত ফুৰিবা-চাকিবা
খোজে পতি ৰাখি চিন,
অধৰ্ম্মৰ ৰাজ্য বতাহৰ লাক
নেথাকে বহুত দিন।

সকলোকে তুমি সমান চকুৰে
সমান ভাবেৰে চাবা,
তেহে সকলোৰে সমান মৰম
সমান ভাবেৰে পাবা।

কব লগা কথা মনত লুকাই
নুভুলাবা মিছা কই,
নেভাবিবা তুমি দিছে জিভা থনি
মাথোঁ ফাঁকি দিবলই।

সত্যক ছলনা কৰি অসত্যেৰে
নোৱাৰা ভুলাব কাকো,
তেনে কৰা যদি নিজৰ কাৰণে
সাজিবা সুতাৰ সাঁকো।

লোকে যি কৰিলে তুমি ভাল পোৱা
লোককো কৰিবা সেই,
অ'ৰ কথা তুমি ত'ত নলগাবা,
সাপকো নেযাবা ডেই।

সৰু বৰ একো প্ৰভেদ বিচাৰি
নকৰিবা কাকো ঘিণ,
সকলো প্ৰভেদ পৃথিৱীতে ৰ'ব
পৃথিৱীতে হ'ব লীন।

## জীৱ।

ৰাখোঁতাই ৰাখি আছে তোমাক আমাক
বেলেগ বেলেগ ৰূপে ধৰি,
ৰাখোঁতাই ৰাখি আছে সবাকো গোটাই
সবাৰো জীৱন একে কৰি।

বহুতৰ পৰা হয় একোটি নতুন
সম ভাগ মিলি সকলোৰে;
সমূহৰো একেদৰে জনম মৰণ
বঢ়া টুটা হয় একেদৰে।

হাতেৰে নেলাগে তুমি মনেৰেই সাজা
জীৱ তাত আপুনি ওলাব,
নেপালে জীৱক গুণ নোলমে আনত,
গুণে পালে মায়া ওপজাব।

যিহত বহিছা তুমি এথন্তক কাল
তাৰে মোহ জন্মিছে তোমাৰ,
নোৱাৰা এৰাই যাব তাৰ মায়া-ডোল
উলটিও নেচাই এবাৰ।

---

# কাৰণ ।

তোমাৰ সুখৰ বাবে চন্দ্ৰ সূৰ্য্য তৰা
আকাশত জ্বলি আছে বুলি,—
ভাবিলে পৰিবা তুমি ভুল ভাৱনাত
আদি অন্ত নোপোৱা সমূলি ।

ভোল যোৱা কাণ পাতি কুলিৰ মাতত
গায় বুলি তোমাৰ কাৰণে,
সি কথা নহয় ঠিক, কিয়নো কুলিয়ে
গায় তাক জনায়েহে জানে ।

বতাহত ভাল লাগে যদিও তোমাৰ,
ভাল লাগে ফুলৰ গোন্ধত ;
তোমাৰ কাৰণে কিন্তু বতাহ নবলে,
ভাল গোন্ধো নোপজে ফুলত ।

সকলো কথাৰে তুমি কাৰণ বিচাৰি
পোৱা গই নিজৰ সুখত ;
এনে কথা কেতিয়াও মনতো নানিবা,
অহঙ্কাৰ সোমাব মনত ।

---

## সন্দেহ।

চকুৰে যে মোক ঠিক দেখুৱায়,
তাৰ বা বিশ্বাস কি ?
কাণে শুনা কথা হয়নে নহয়
তাৰ নো প্ৰমাণ কি ?

যিবোৰ পঢ়িছোঁ, যিবোৰ শুনিছোঁ
ভাবিছোঁ মনত মোৰ,
সঁচা বুলি মোক বুজাববা কোনে,
গুচাব সন্দেহবোৰ !

যিটোৰ পৰা যিটো উলিয়াই
ধৰিছোঁ ধ্ৰুৱ মানি,
সঁচা নে স্বৰূপ সেই কথাবোৰ,
কি জানি আনিছোঁ টানি ?

আৰু চীত দেখা নিজৰ গঠন
নহবও পাৰে তেনে,
নহবও পাৰে যাক যেনে ভাবোঁ
কোনে জানে কোন কেনে !

নিচিনিলোঁ আমি নিজকে নিজেই
নোৱাৰো ধৰিব তত,
নহ'ল আমাৰ প্ৰত্যয় নিজৰ,
নিজৰ ইন্দ্ৰিয়ত।

# সত্যৰ শত্ৰু।

প্ৰকৃতিয়ে নিজে কৰিছে খিয়াল
সত্যক নিদিয়ে লাই,
থকা চিন কাৰো নেথাকে একেই
বতাহে দিয়ে লৰাই।

নৈয়ে নিয়ে ভাঙ্গি, বৰষুণ পৰি
গঢ় গতি লৰি যায়.
আজিৰ বস্তুটো চালে কাইলৈ
চিনত একে নেপায়।

আজিৰ কথাৰে কালিৰ বুৰঞ্জী
ৰচিলে হেৰাব দিক,
কালি কি আছিল আজিৰ কামেৰে
নোৱাৰা কৰিব ঠিক।

সকলোৱে মিলি সত্যৰ বাটত
পাতিছে বেছৰ জাল,
পাৰহৈ গৈ সত্য উলিওৱা
কোনেও নেপায় ভাল।

---

## নিজৰ ছবি।

জ্ঞানীয়ে দেখে লোকক জ্ঞানী
নিজক বেয়া বোলে।
সকবে দেখে লোকক সক
নিজক ওখত তোলে।

বসুধা খনি আৰ্চী এখনি
নিজকে দেখিবা তাত,
দেখিবা যিটি লোকৰ দেহত
সিটি নিজৰ গাত।

কান্দিলে তুমি, চকুৰ লোবে
বিশ্বয়ো ঢাকিব চকু,
হাঁহিলে তুমি বিশ্ব খনিয়ে
ৰঙ্গেৰে পূৰাব বুকু।

নিজৰ যেনে লোকৰ তেনে
জ্ঞানী বা অজ্ঞানী হক,
নিজৰ যেনে বিশ্বৰো তেনে
দুখ বা সুখেই হক।

# কাম।

কৰিম কৰিব লগা
উচিত বিধান মতে,
কৰিম যিমান পাৰোঁ
শক্তিয়ে যিমানে আঁটে ;
একোৰে নহওঁ বশ
নিৰপেক্ষ ভাবে মই
কৰ্ত্তব্য সাধোঁতে যাম
আগবাঢ়ি আগলই।
যিবোৰ কামৰ পৰা
দুখকেহে দেখা পাওঁ,
সিইঁতেও হিত সাধে
যদি আমি ভাবি চাওঁ।
নুবুজোঁ আমাৰ মাজে
বলিছে কিহৰ সোঁত,
কোন আমি, কি কাৰণে
পিন্ধিছোঁ মাটিৰ মোট।
যিবোৰ কৰিছোঁ আমি
সকলো লোকৰ কাম,
যেতিয়া সমাধা হ'ব
আপুনি আঁতৰি যাম।

কামৰ বেলিকা আমি
ভেদ ভাব পাহৰিম,—
মনত খিয়াল কিবা
থাকিলেও এৰি দিম ;

অইনে কৰিলে বেয়া
আমি তাত কি কৰিম ?
নিজে সজ বাটে যাম
কাৰো লগ নধৰিম ।

বিভুৰ আদেশ মতে
চলিছে সকলো কাম,
কাৰ সাধ্য মিহলাই
দিয়ে তাত নিজ নাম !

---

## অবুজন ।

একোকে নেভাবি নিজে লোকে কোৱা কথা
সঁচা বুলি যদি মানি লোৱা,
নেথাকে অকণো দুখ এই জীৱনত
বেমেজালি একোকে নোপোৱা ।

যিমান তাকৰ হক ক্ষমতা নিজৰ
নিজে ভাবি উলিৱাৰ দৰে
নেমানে একোকে মনে, সেই কাৰণেই
বাদ একো ভাবৰ নপৰে।

শক্তি নাই বুজিবৰ আৰু ভাবিবৰ,
সেইবাবে বুজিব নোৱাৰোঁ,
শক্তি নাই বুলি মনে নেমানে প্ৰবোধ,
সঁচা বুলি একোকে নধৰোঁ।

ইমান দুৰ্ব্বল আমি যিটোকে ধৰিম
ফল বুলি নাইবা কাৰণ,
পিচত জানিম গই ভুলহে আমাৰ
কোনোটিৰে নহয় মিলন।

কোন বাটে ভাবি গ'লে সত্যত ওলাম
সেই বাট নিচিনিলোঁ মই,
ভাবোঁ মানে দেখোঁ মাথোঁ তেনেই আন্ধাৰ,
জ্যোতি নাহে মোৰ চকুলই।

কৰিছোঁ বহুত কাম তাৰ ফলাফল
নাই পৰা একোকে বুজিব ?
কিহৰ পৰানো হয় কিনো পৰিণাম
নাই পৰা ভাবি উলিয়াব।

## পপীয়া তৰা ।

যিমানে ওচৰ চাপা সিমানে তোমাৰ
বাঢ়ি যায় দেহৰ জেউতি,
বিদ্যুৎ সঞ্চাৰে আহি পৰা নিলগত,—
জ্যোতি মাথোঁ তোমাৰ আকৃতি ।

সদাই দেখিছোঁ মই বহু নিলগত,—
মানুহৰ নেচাপা ওচৰ,
পৃথিবীৰ যতমান কণিকা দেহৰ
সকলোটি তোমাৰ লগৰ ।

লোকে কয় তুমি হেনো স্বৰগৰ পৰা
খহি পৰা পুণ্যৰ অন্তত,
কিবা পাপ থকা বাবে স্বৰগ উকলি
পোৱা ঠাই পুনু জগতত ।

স্বৰ্গ এৰি আহাঁ, তুমি—য'ত বহুকাল
বঞ্চিছিলা অমায়া সুখত,—
সেইবাবে বতাহত ঠেলা খোৱা যদি
জলি যোৱা আহোঁতে খঙত ।

সূৰ্য্যৰ লগত কিয় এনে ব্যৱহাৰ—
—থাকা তুমি সদাই দূৰত,
সতিনীৰ দৰে আহঁা সূৰ্য্য নেথাকিলে
আঁতৰেদি নিশাৰ কালত ?

তোমাৰেই এনেকুৱা হীন দশা যদি
স্বৰ্গ এৰি পৰা মৰতত,
কত বিধ হ'ব পাৰে নৰৰ পতন
চঞ্চল নশ্বৰ জীৱনত।

---

## নিজৰ গুণ।

আকাশৰ তৰা আকাশতে থাকে
নেনামে পৃথিবীলই,
পৃথিবীৰ ফুল পৃথিবীতে ফুলে
নেযায় আকাশলই।
ৰাধাৰ ছবিটি কোমল কল্পনা
লাৱণ্য গঠন লই,
বৃন্দাবন খনি সদাই নতুন
সদাই বসন্ত লই।

সকলোৰে আছে একো খনি ঠাই
নানিবা আঁতৰ কৰি,
তুমিও চিনিবা তোমাৰ আসন
নেযাবা আসন এৰি ।
যাৰ যিবা গুণ নাতৰবা তাক
—যিহৰ যিহেৰে মিল ।
সোঁত নেথাকিলে যেনে নৈ খনি,
ভেঁট নেথাকিলে বিল ।

---

## নিজৰ ঠাই ।

খোজে যদি আহি মনত সোমাব
নিজৰ মহত্ত্ব কিবা,
ওপৰৰ পিনে মূৰ দাঙ্গি চাবা,
নিজলৈকো চকু দিবা ।

নিজে নিজে যদি সৰু যেন দেখা
তললৈ তুমি চাবা,
দেখিবা নিজক বহুত ডাঙ্গৰ
নিজ ঠাই গমি পাবা ।

ধুনীয়া কুৰূপ দেখিলে নিজক
প্ৰকৃতিত চকু থবা,
নিজেই বিচাৰি যথাৰ্থ আসন
নিজে তুমি বাছি লবা।

নিজৰ যেতিয়া কথাত নিজেই
ভোল যাবা ভাল শুনি,
প্ৰকৃতিৰ পিনে কাণ পাতি থাকি
নিজক থাকিবাঁ গুণি।

বেজাৰ আনন্দ যিহকেবা কৰা
বেচি আছে তাতোকৈ,
বহিছা যিহত সেয়েহে আসন
চোৱা যদি লোকলৈ।

---

## বিচাৰ।

মানুহক বৰকৈ দাই নধৰিবা,
দোষী আমি সকলো কথাতে ;
দোষ গুণ সকলোৰে লগত ফুৰিছে,
ভৰি আছে সকলোৰে গাতে।

ষিটি বস্তু বগা বুলি সকলোৱে ভাবে
　　ক'লা চেকা তাৰ গাতো পাবা,
ওচৰত চালে আহি ফুলৰ পাহিতো
　　বদ্‌গুণ বহুত দেখিবা।

তদুপৰি ৰবৈক দাই ধৰি গ'লে
　　লাহে লাহে যাব জঁয় পৰি,
যিমান সুন্দৰ লাগে তাতোকৈ যদি
　　বেচি সুন্দা,—পাহি যাব সৰি।

সকলোৰে সীমা আছে, সেই সীমা আমি
　　পাৰ হই কদাপি নেযাওঁ,
যিমানৰ পৰা ফুল চালে ভাল দেখি,
　　সিমানৰে পৰা আমি চাওঁ।

জ্বলন্ত মহীত যদি সোণো ঢালি দিওঁ
　　ততালিকে গলি পানী হয়,
সেই দৰে পৰো যদি চোকা বিচাৰত
　　নিজ ৰূপে কিবা ৰূপ লয়।



## আমাৰ শক্তি।

যদি পুৰাৰ পোহৰ পৰেহি ফুলত
নিজে নিজে ফুল ফুলিব,
স্বৰ্গৰ জেউতি পৰিলে মনত
মনৰো বিকাশ ঘটিব ;
শুনিম তোতয়া নুশুনা কথাও,
চকুৰে দেখিম বস্তু নেদেখাও,
সকলোৰে শক্তি বাঢ়িব।

ফুলে নুবুজে নিজৰ কিমান শকতি,
নিজৰ মহিমা নেজানে,
আমিও নেজানো আমাৰ ক্ষমতা
কল্পনায়ো তাক নেমানে।
শকতি আমাৰ অসীম অপাৰ,
অনন্ত বিকাশ হব পাৰে তাৰ,
কৰিব কোনেও নেজানে।

যদি কোনোবা কালত আৰু হয় গৈ
বিকাশ আমাৰ শকতি,
তেতিয়া দেখিলে আজিৰ মানুহে
ভয়ত আহিব উলটি।

আছে যত মান শকতি দেহত,
সকলোৰে আদি বিশাল বিশ্বত,
বিশ্বৰ অসীম শকতি।

---

## নিজৰ শক্তি।

ভাবি চালে শান্তি লাগে নিজতে নিজৰ
আমাৰ মনুষ্য দেহাটিক,
আচৰিত কেনেকুৱা ইয়াতেই পাবা
বিচাৰিবা যোতয়া যিটিক।

সংসাৰত যিবিলাক দেখিব লগীয়া
এই চকুৰেই দেখা পায়,
আমাৰ চকুৰ শক্তি যেনে হ'ব লাগে
ঠিক তেনে, কম-বেচি নাই।

হাত দুটা হ'ব লগা সমান দীঘল,
ক'ব লগা মুখে পাৰে ক'ব,
যাব লগা ঠাইলৈ ভৰিয়েই নিয়ে
পাৰে মনে ভবাক ভাবিব।

যিবিলাক আছে গাত ঠিক মতে আছে
নাই একো দুখৰ কাৰণ,
বেয়া বুলি কাকো নে'ৰ, আক নিবিচাৰি
থকাৰেই কৰা আচৰণ।

---

## মানুহৰ গুণ।

বহুত ভাবুকে বহুত ভাবিছে
বহু ৰূপে ভাঙ্গি পাতি,
জন্তুৰ লগত কিহৰ কাৰণে
অমিল মানুহ জাতি।

আহাৰ টোপনি আছে সকলোৰে,
অধিক মাথোন জ্ঞান;
জ্ঞানৰ কাৰণে জন্তুৰ মাজত
মানুহৰ এনে মান।

জন্তুৰ মাজত মানুহে মাথোন
কথা ভাবি চাব পাৰে;
বিবেচনা শক্তি মানুহৰ মাথোঁ
নাই কিন্তু সকলোৰে।

মুখৰ হাঁহিৰে মনৰ আনন্দ
মানুহে বুজনি দিয়ে;
মানুহৰ গাত নানা বিশেষণ
আঁৰিছে নানা মুনিয়ে।

ভাবি চালে হ'লে মানুহ জাতিত
আৰু এটি গুণ পায়,—
পাপ কৰা শক্তি আছে মানুহৰ
ইতৰ জন্তুৰ নাই।

## আমাৰ নিয়ম।

যেতিয়া ৰঙ্গেৰে তুমি খোজ কাঢ়ি ফুৰা
ঠন ধৰা বনৰ ওপৰে,
ভাবা তুমি বহু কথা, গচকি নো কাক
গই আছা মনত নপৰে;
দুখ পায় ডুবৰিয়ে তোমাৰ খোজত,
নেখেলায় তেনে ভাব তোমাৰ মনত।

ফুলৰ গৰাকী সেই ফুল গছ জুপি;
ফুল ছিঙ্গা যেতিয়া গছৰ
চোৰাঁনে এবাৰ ভাবি,—আছেনে তোমাৰ
অধিকাৰ ফুল ছিঙিবৰ!
ফুল তুলি মনে মনে তুমি ভাল পোৱা,
কেনে পায় গছে তাক ভাবিও নোচোৱা।

নাই এনে বেয়া কাম ধৰাৰ মাজত
যাক তুমি নোৱাৰা কৰিব,
তোমাৰ নিজৰ সুখ বঢ়াবৰ বাবে
ক'তো একো বাকী নেথাকিব;
বহু গুণে পালি ফুৰে নিয়ম ধৰাৰ
সকলো প্ৰাণীয়ে, মাথোঁ বাহিৰে তোমাৰ।

হাত দিলে দোষ লাগে মানুহৰ গাত,
দোষ লাগে ধন-হৰণত,
ডুবৰি গচকি ফুৰা, ফুলো ছিঙি অনা,
—তেনে কাম নপৰে দোষত।
যিবিলাক ৰীতি নীতি নৰৰ গঠিত,
সকলোতে ভাবি চোৱাঁ স্বাৰ্থ বিৰাজিত।

---

## পূব আৰু পচিম।

কৰিব লগা পূবেহে কৰে
পচিমে নকৰে একো,
পূবে আনি দিয়ে সূৰ্য্যৰ পোহৰ
পচিমে নুমায় তাকো।

সন্ধিয়া বেলি জিলিকে তৰা
পূব আকাশৰ পৰা,
পালেহি পচিম কেনিবা লুকায়
এৰি আন্ধাৰত ধৰা।

ওপজে জোন পূবৰ পিনে
পচিমত পায় লয়,
যিমানে চাপিব পচিমৰ কাষ
সিমানে জোনৰ ক্ষয়।

পূবৰ ৰ'দে ফুলায় ফুল
পচিমে পেলায় জঁয়,
পূবে তুলি দিয়ে পৃথিবী জগাই
পচিমে শুৱাই থয় ।

পূবে যতায় পচিমে খায়
প্ৰকৃতিৰ যত ধন,
পালেহি পচিম একোকে নোলটে
সকলো হয় ভগন !

উদয় পূব অস্ত পচিম
জনম মৰণ যেনে,
জনম মৰণ বিমান আঁতৰ
দুয়োতে প্ৰভেদ তেনে ।

---

## ভাল আৰু বেয়া ।

কেতিয়াবা সুখ ভাব উদিলে তোমাৰ
স্বপ্ন বুলি মনত ভাবিবাঁ,
আনন্দত কেতিয়াও নিজক পাহৰি
মইমত মন নেমেলিবাঁ ।

তেনে যদি কৰা তুমি দুখৰ বেলিকা
স্বপ্ন বুলি ভাবিব পাৰিবা,
দুখৰ বোজাত তেহে নপৰা ভাগৰি,
হাত তেহে দুখৰ সাৰিবা।

---

# যখিনী।

নিশা অকলই নুফুৰিবা গই
সেই জুপি গছৰ তলত
সদাই সন্ধিয়া তাতে থাকে আহি
কিবা প্ৰাণী নিশাৰ পৰত;
দেখিলে মনত ভয় লাগি যায়,
হাত ভৰি মোৰ পেটতে লুকায়,
ছঁয়া-ময়া কৰি মাথোঁ দেখা পায়,
দেখা পালে মিলে বতাহত।

ছোৱালী একোটি দেখা যেন পাবা
নাচে গায় আনন্দ মনত,
হাতৰ চাপৰি একে লগে মাৰে
শাৰী পাতি চাৰিউ পিনত;

আঁতৰৰ পৰা শুনি ভালকই,
ভয় খাবা তুমি গলে অকলই,
কিবা কিবি ভাব আছে মনলই,
একোকে নেদেখা ওচৰত।

তোমালোক কিয় আহি আন্ধাৰত
গাই নাচি থাকাহি সদাই,
মানুহ দেখিলে কিয় ভয় কৰা,
কিয় যোৱা বায়ুত লুকাই ?
দেখে যদি ভয় মানুহেও কৰে,
আন বাটে যায় সেই বাট এৰে,
বায়ুৰ গঠন বায়ুৰূপ ধৰে,
লই যায় বতাহে উৰাই।

---

## জল কুঁৱৰী।

কোন ফুৰে শেহ নিশা নৈ পাৰে পাৰে
আঁতৰিবি সাপ বাঘ বাট এৰি দিবি,
বনেও দৌৰাবি মুৰ ভকতি ভাৱেৰে
কোনো কতো ওচৰত আহি নেচাপিবি।

অপকাৰ কাৰো নাই,
জলৰ কুঁৱৰী যায়,
কুল কুল গীত গোৱা,
ৰই ৰই চাই যোৱা,
জুন জুন কৰি
জলৰ কুঁৱৰী
নই পাৰে পাৰে যায়,
কাৰো ক'তো একো নাই।

পকৰা পিপৰা গই গাঁতত লুকাবি,
হোৱা নিদি মনে মনে থাকিবি শিয়াল,
জোক পোক বাট এৰি আঁতৰি থাকিবি,
নেভাঙিবি প্ৰকৃতিৰ কেঁৰে নিজঞ্জাল।

অপকাৰ কাৰো নাই,
জলৰ কুঁৱৰী যায়,
কুল কুল গীত গোৱা,
ৰই ৰই চাই যোৱা,
জুন জুন কৰি
জলৰ কুঁৱৰী
নই পাৰে পাৰে যায়,
কাৰো ক'তো একো নাই।

## বুঢ়া ডাঙ্গৰীয়া।

গছৰ ডালত থাকোঁ
মানুহৰ গঢ় গতি চাই,—
—শেহ নিশা আওবাবে মোক দেখা পায়।

খোজ কাঢ়োঁ ফুলৰ ওপৰে
পাহি তাৰ এটিও নসৰে,
পানীৰ ওপৰে যাওঁ
তিতোঁ চাৰি গমকে নেপাওঁ।

ফেঁচাৰ মাতত নাচোঁ
শুনি তাক বৰ ভাল পাওঁ—
নিওঁ নিওঁ বোলে মানে যেন উৰি যাওঁ।

নকৰে যি মোক অপকাৰ
মোৰ পৰা ভয় নাই তাৰ,
শুকুলা কাপোৰ লওঁ,
ভাবস্থিৰে ক'লে মই আঁতৰিও যাওঁ।

---

# কালিকা।

কিছুমান কথা আছে মানি ল'ব লাগে
কিয় বুলি সুধিব নোৱাৰি,
বুজি লওঁ বহু কথা লৰা বয়সত
মিছা-মিছি কাৰণ বিচাৰি ;
মনত দৈৱিক কথা সোনকালে ৰয়
নোম উঠে ভয়ত শিয়ৰি।

সেই জুপি বড় গছ তুপৰীয়া হ'লে
অকলৈ নেযাবা কাষৰে,
আছে তাত কিবা এটি, ধৰিব তোমাক
লগ পালে কেতিয়াও নেৰে ;
সেইটি পুথুৰী তাত কালিকা লাগিছে,
যাকে পাব তাকে তাত ধৰে।

কোনোৱে দেখিছোঁ বুলি মিছা ক'য়ে কয়
ছঁয়া-ময়া জানৱ কাষত,
বহুতেও সাখী কয় জ'টীয়া মানুহ
দেখা পোৱা বেলৰ গছত ;
যিখনি ধুনীয়া ঠাই সেই পিনলই
যাব তুমি নোৱাৰা ভয়ত।

প্ৰথমে মনৰ ভয় যেতিয়া সলনি
এইবোৰ দিছিলোঁ উৰাই,
ভাবিছিলোঁ এনেবোৰ মিছা-মিছি কথা
উলিয়ালে কোনো বলিয়াই।
যিবোৰ কালিকা লগা, লগ ভাগ লই
ভ্ৰমিছিলোঁ সেইবোৰ ঠাই।

আজি কালি তেনেবোৰ ঠাইলৈ মোৰ
নিলগতে দেখি লাগে ভয়,
তাহানিৰ কথাবোৰ পৰেহি মনত
কল্পনাই কিবা-কিবি কয়।
ওপজে পৱিত্ৰ ভাব মনৰ মাজত
য'তে পৰে চকু ত'তে ৰয়!

---

## ঠাইৰ গুণ।

যিখনি থানত চলি আছে বহু দিন
হৰিনাম সংকীৰ্ত্তন সকলো পৰত,
কিবা যেন ভাল লাগে—হৰিৰ নামেৰে
দশোদিশ পৰিপূৰ্ণ তাৰ বতাহত।

যিখনি গঙ্গাত স্নান সদাই কৰিছে
পবিত্র মনেৰে তাত পাপ ধুবলই,
গঙ্গাৰ পানীত এটি শক্তি উপজিছে
মানুহক ভৰা দবে গুণ দিবলই।

যিটি শিল সকলোৰে সদাই সেবিছে
তাক তুমি কেতিয়াও বেয়া নুবুলিবাঁ,
সকলোৰে সেৱালই থাকোঁতে থাকোঁতে
কালিকা লাগিছে তাত ঠিক জানি ল'বা।

যিজন লোকক লোকে সদাই মানিছে—
প্ৰধান এজন বুলি গৌৰৱ বঢ়ায়,
সেইজন পুৰুষত বিভূতি বহিছে
অন্য লোকে তেওঁলই ভক্তিভাবে চায়।

---

## সৰু কথা।

বৰকই কোৱা কথা নিলগৰে পৰা
শুনে লোকে কাণ পাতিলেই,
কেতিয়াবা সেই কথা নোৱাৰে পশিব
কোনো মানুহৰ বুকলই।

কাণে কাণে সরুকই কোৱা যদি কথা
তত্তালিকে হিয়াত পশিব,
চিঞৰি সহস্ৰ মুখে যত কথা কোৱা
তাতোকৈ বহু গুণ দিব।

## সূৰ্য্য।

দেখোঁতে পোহৰ দিয়া জড় জগতত,
নোৱাৰা ভেদিব তুমি টান আবৰণ,
নোৱাৰা পশিব গই জোনৰ গাঁতত,
ধৰাৰ সিলুটি পাণে হোৱা বিস্মৰণ।

কিন্তু তুমি ঢালি দিয়া তোমাৰ পোহৰ
পৃথিবীৰ জীৱজন্তু সবাৰো মনত,
নোৱাৰি চাপিব কাষ নিশা যিথানৰ
আঁতৰে সকলো ভয় দিনৰ পৰত।

## নিশা।

পোহৰত বেয়া দেখা বস্তুও নিশাত
ভাল লাগে চকুত পৰিলে,
কিবা এটি ভাল গুণ ফুলি পৰে আহি
সকলোতে নিশাই ঢাকিলে।

গীত মাত ভাল শুনি নিশাৰ কালত,
ৰঙ্গ ধেমালিও লাগে ভাল,
সকলোৰে শান্তি পায় নিৰলে জিৰায়,
প্ৰকৃতিও নিমাত নিটাল।

নিচেই আজলী নিশা একোকে নেজানে,
সকলোৰে সুখৰ আলয়,
নহলেনো পাৰে জানো পাপবিলাকেও,
লাই পাব, নেপালে আশয়?

---

# টোপনি।

তোমাক জগত পালে একোকে নেলাগে,
ধন বস্তু সকলো পাহৰে,
জীৱনৰ ভাব চিন্তা সকলোকে এৰি
তোমাকে সাবট মাৰি ধৰে।

সকলো সম্পত্তি যদি লোকে লৈ যায়
তাল'কো নকৰে একো কাণ,
ঘাতুকে মাৰেহি যদি শেষৰ আঘাত
বিবাদ নকৰি এৰে প্ৰাণ।

ধন, বস্তু, নিজপ্রাণ, আত্মীয়, কুটুম,
সকলোকে দিয়ে বিসৰ্জ্জন,
তোমাক একান্ত মনে সকলোৱে ভজে
তোমাতেই সঁপি দিয়ে মন।

কেতিয়াবা কৰাঁ তুমি ৰঙ্গ ধেমলিও
স্বপ্ন-পট দেখুৱা মনেৰে,
ৰজা পাতা, দুখ দিয়া, ইঁহুৱা, কন্দুৱা,
ভোগ দিয়া পানীৰ লাকুৰে।

আপোন-পেটীয়া তুমি, তোমাৰ লগত
আন কাকো থাকিব নিদিয়াঁ,
ধ্বংস কৰি যাক তুমি এৰি গুচি যোৱাঁ
কৰা তাক দুৰ্-কপলীয়া।

---

## চিন্তা।

মোৰ কথা তুমি ভাল শুনা বা নুশুনা
মই চিন্তা, নোৱাৰো নকই,—
সৰ্ব্ব গুণে গুণী তুমি, বেয়া একো নাই,
তেও লাগে ভয় তোমালই।

যি ঘৰত তুমি গই খোপনি পিটিবা
সেই ঘৰ খান খান হয়,
তোমাৰ তাপত কেওঁ থাকিব নোৱাৰি
ভাই বন্ধু যায় দূৰলৈ।

অকালতে বুঢ়া কৰা যাক ধৰা তুমি,
এৰি গুচি টোপনিও যায়,
একোকে নেপায় ভাল, নুশুনে বুজনি,
অশান্তিৰে জীৱন কটায়।

---

## সেৱা।

নোৱাৰি বুজাব ভাব মুখৰ কথাৰে
কথা মাথোঁ ফিৰিঙটি মনৰ ভাবৰ,
তদুপৰি এৰি দিলে কথাৰ হাতত
ওলাব বিকৃত হৈ ভাব মানুহৰ।

মুখেৰে বুজাব যাক কদাপি নোৱাৰি,
নোৱাৰিও দেখুৱাব মনৰ মাজত,
হৃদয়ৰ তেনেকুৱা নিৰ্ম্মল ভকতি
সম্পূৰ্ণ বিকাশ পায় সেৱাৰ লগত।

---

## পূজা

ফুলা ফুল ঈশ্বৰৰ বিচিত্ৰ সৃজন
যাক দেখি মন প্ৰাণ হয় পুলকিত,
উত্তম নিৰ্ম্মাণ তাত ৰূপে গুণে ভৰা,
সৌৰভত ত্ৰিভুবন হয় আমোদিত।
সেই ফুলেৰেই প্ৰভু তোমাক পূজিম,
—আৰ্য্যৰ নিৰ্দ্দিষ্ট পথ, তাতেহে চলিম।
ধন বস্তু প্ৰভু তুমি একো নিবিচাৰা,
দিলেও অসাৰ বুলি গ্ৰহণ নকৰা।
সেইবাবে চৰণত ফুল ঢালি দিম,
ফুলেৰেই প্ৰভু মই তোমাক পূজিম।
ধন্য আৰ্য্য, উপযুক্ত পূজাৰ বিধান!
নাই একো আন বস্তু ফুলৰ সমান।

---

## সন্তোষ।

যদিও দুখীয়া! তুমি সন্তোষেৰে শোৱাঁ
নাই মনত ভাবনা।
ধনী তুমি, শান্তি কেনে মনত নোপোৱাঁ
ভোগা যমৰ যাতনা।

দুখীয়াৰ তাকৰীয়া,—সন্তোষেৰে খায়,
সংসাৰৰ ৰাগ জাগে দেখাকে নেপায়।
কৰাঁ তুমি নিজ কাম কৰাঁ কৰাঁ কৰাঁ,
ধাৰ্ম্মিকৰ মুখ খান সন্তোষেৰে ভৰা।

ফটিকৰ জোল যেন চেচাঁ পানী খায়,
কেনে সুখৰ জীৱন!
ধনী হৈ চকুৰ পানীৰে তল যায়
কেনে জীয়াতে মৰণ!
অভাব নেথাকে কিন্তু ধীৰ ভাব যাৰ
ৰজায়ো নোৱাৰে কাঢ়ি নিব সুখ তাৰ।
কৰাঁ তুমি নিজ কাম কৰাঁ কৰাঁ কৰাঁ,
ধাৰ্ম্মিকৰ মুখখনি সন্তোষেৰে ভৰা।

---

## নোজোৰেণ

কেবাটি চৰায়ো থাকে একেটি সজাতে
খৰিয়াল নাহ সিইঁতৰ;
একেটি ঘৰত দুটা মানুহ নেথাকে
মিল নাই দুটি মানুহৰ।

নেথাকে দুজন ৰজা সমান প্ৰতাপী
একে লগে এখন দেশত,
মহাৰাজ এজনকে নোজোৰে কদাপি
থাকিবৰ ঠায়ে জগতত।

---

## নম্ৰ।

তলত থাকিলে ভয় নাই পৰালই,
তল হ'লে গপ নাই তাৰ;
পৰম পবিত্ৰ বন্ধু বিশ্ব-জগতৰ
তেওঁ বন্ধু, বন্ধু নাই যাৰ।

যি আছে সেয়েই মোৰ শত গুণে ভাল,
আধাপেটী যদিও ভোকত;
প্ৰফুল্ল সন্তুষ্ট চিত থাকে যেন মোৰ
তেনেহ'লে নপৰোঁ দুখত।

---

## কণা ল'ৰা।

ডাঙৰ নগৰ খনি ঘৰতেই ঘৰ,
মানুহৰ গুণে সন্ধি নেপায় বাটত,
তাত এটি কণা লৰা সদাই গধূলি
ফুৰে আহি গান গাই চাকি পোহৰত।

নেদেখে চকুৰে নাই দেখা কেতিয়াও,
তেও বুলি খোজকিটি ঠিকে ঠিকে পৰে ;
গাৰী ঘোৰা কেনি আহে নেদেখে যদিও,
উমানতে বাট পথ ঠিকে ঠিকে ধৰে।

নাই দেখা কেতিয়াও বেলিৰ পোহৰ,
তৰা জিলিকনি নাই দেখা আকাশত,
নাই দেখা পখিলাৰ তিৰ্‌বিৰ্‌ পাখি,
মানুহৰ মৃদু হাঁহি ওঠৰ মাজত।

চকুহীন,—সেইবাবে বিশ্ব-বিধতাই
ছুটি গুণ লৰাটিক দিছে সৰহাই,
মধুৰ মাতত পাৰে মোহিব জগত,
বিনন্দীয়া ৰঙ্‌ ভাব সদাই মনত।

শুনে যদি কেতিয়াবা বতাহৰ মাত,
গম পালে উৰি যোৱা এজাক চৰাই,
নৈৰ পানীয়ে আহি কোবালে গৰাত
থিৰ ভাব লৰাটিৰ কেনিবাদি যায়।

---

## গীত আৰু ছবি।

কোনেও সেইটি গীত ভাল নুবুলিব
যিটি গীত বুজাইহে বুজে,
কোনেও সেইটি ছবি ভাল নেদেখিব
যাৰ মোল আটায়ে নুবুজে।

যিটি দেখি সকলোৱে একে ৰং পায়,
জগতৰো উপকাৰ হয়,
সিহে পায় নিজে নিজে আলাসত ঠাই,
সকলোৱে ভাল বুলি কয়।

যিমান নুবুজা হওঁ তথাপি শুনিলে
ভাল গীতে হৃদয় জগাব,
যিমান নজনা হওঁ চকুত পৰিলে
ভাল ছবি মনত সোমাব।

সদাই চকুৰে দেখা গছ-পাতটিও
ছবিটিত ভাল হৈ পৰে,
সদাই কাণেৰে শুনা সৰু কথাটিও
গীত হ'লে প্ৰাণ টানি ধৰে।

মিহি ভাব মিহি গতি কৌশলী বিগ্যাৰ,
নাই মৃত্যু অজৰ অমৰ,
য'তে পৰে ত'তে গজে, বিভিন্ন আকাৰ,—
ঠাই বুজি দীঘল ডাঙৰ।

## ৰঙ্গিলা।

"কেলেই নো, আই ! তই হুমুনিয়া' কাঢ়ি
চকু-পানী ৰিণাৰে মচিল,
নাই তাত আন একো, কলাপুলি এটি,
তাকে দেখি কিয়নো কান্দিলি ?"

ৰঙ্গিলাই এইদৰে মাকক কলত
কান্দি কান্দি মাকে দিলে মাত,—
"বহু দিন হৈ গ'ল তোৰ ককায়েৰে
ঠাই আহি ললেহি ইয়াত।

"তেতিয়া আছিলি তই নিচেই কেঁচুৱা,
ককায়েৰ সাত-বছৰীয়া,
দুদিন জ্বৰতে তাৰ প্ৰাণ-বায়ু এৰি
হ'ল আহি অকলশৰীয়া।

"তই ওপজোতে তাৰ অপাৰ সন্তোষ,
থাকে বহি তোৰ ওচৰতে ;
তই যদি কেতিয়াবা কান্দিবি-কাতিবি
পৰে আহি তোৰ ওপৰতে।

"জ্বৰ পৰি থাকোঁতেও তোৰ কথা সোধে,
কোষলৈ নিদিয়ে আনিব,
থয় তোক নিলগত, জানো কিবা ৰূপে
সেই জ্বৰ তোৰ গাতো হ'ব ।

"জ্বৰৰ গাৰেই মোক কেবা বাৰো ক'লে
পুতলা কেউটা থবলৈ,—
'যেতিয়া ডাঙৰ হ'ব ভনীটিক মোৰ
ৰঙ্গ মনে মই দিবলৈ ।'

"নেপালে সোণায়ে মোৰ তোক দিবলৈ
কোনো বস্তু তাৰ আশা কৰা,
তোক এৰি চিৰকাল মোক কন্দুৱাই
আঁতৰিল পৃথিবীৰ পৰা ।

"ইয়াতে পেলালে পুৰি চাই হৈ গ'ল,
কতো তাৰ চিন-চাব নাই,
গজি থকা কলাপুলি দেখি আজি মোৰ
চকু-পানী আহিছে ওলাই ।"

কথা শুনি ৰঙ্গিলাই অতি বেজাৰেৰে
হুৰা'-বাৰে লাগিল কান্দিব,
কতনো বুজালে আৰু কত কথা ক'লে
নোৱাৰিলে মাকে নিচুকাব ।

কান্দি কান্দি ৰঙ্গিলাই মাকক সুধিলে,—
"চাওঁ যদি খানি এই ঠাই,
পামনে চকুৰে দেখা যাব মৰমৰ
আজি আৰু একো চিন নাই ?"

মাকে ক'লে,—"আই তই কেলেই কান্দিছ,
দেখা পাবি এঙ্গাৰ এগাল,
নেদেখিলি কি কৰিবি. কান্দিলে নেপাৱ,
দেখা তোৰ নাছিল কপাল ।"

ৰঙ্গিলাই কথা শুনি দুগুণে কান্দিলে
চকু-লোৰে পৃথিবী তিয়াই,
মাতৃৰ হিয়াৰ তাপ দুগুণে জলালে
ভ্ৰাতৃ-স্নেহ কেনে দেখুৱাই !

---

## কেঁচুৱা পোনাটি ।

টোপনি অহোৱা তুমি কেঁচুৱা পোনাটি,
শুই থাকাঁ মোৰ কোলাতেই,
তোমাক কোলাত পালে সকলো পাহৰোঁ
ভোল গৈ থাকোঁ তোমাতেই ;
চ'হ, চ'হ,—এ মোৰ কেঁচুৱা পোনাটি !

ভয় নাই একোল'কে মই থাকোঁ মানে,
পাবা বস্তু সকলো যতোৱা,
তোমাৰেই বুলি মোক সততে জানিবা
তুমি মোৰ পোনা আলসুৱা ;
চ'হ্-চ'হ্—এ মোৰ কেঁচুৱা পোনাটি।

পাৰোঁ মানে ভাল মই লগাম তোমাক,
হাঁহি দেখি স্বৰ্গ চুকি পাম,
সুবুজা মাতেৰে মোক কুঁ-কুঁ-কাঁ-কাঁ কৰি
ক'লে মই কথা বুজি পাম ;
চ'হ্-চ'হ্—এ মোৰ কেঁচুৱা পোনাটি।

মোৰ যদি কেতিয়াবা আন কিবা হয়
কোনে আৰু মৰম কৰিব !
ওলায় চকুৰ পানী মনত পৰিলে
কোনে আৰু কোলাত তুলিব !
চ'হ্-চ'হ্—এ মোৰ কেঁচুৱা পোনাটি।

———

## ৰাধাৰৈ।

বহা আহি দেবি মোৰ হৃদি আসনত,
তুয়ো আমি হ'ম প্ৰেমাধাৰ,
হওঁ আমি পৰ্ব্বতৰ শোভাৰ মাজত
নায়ক নায়িকা ভাৱনাৰ।

তুয়ো আমি বহি থাকি একেটি শিলতে
গৰু-চৰা চাম পথাৰত,—
তৰাং জানৰ পানী কুল্ কুল্ বোৱা,
শুনি থাকি কুলিৰ মাজত।

ফুলেৰে সজাম দেবি তোমাৰ বদন,
মালা ল'বা সুগন্ধি ফুলৰ—
মালতীৰে সজা থাক পিন্ধিবা হাতত,
হৃদয়ত হাৰ গোলাপৰ।

বাঁহী বাহ ৰঙ্গ মনে শুনাম সদাই
নাচিব লগৰ গৰখীয়া ;
এইবোৰ ভাল পালে তোমাৰ মনত
হোৱা তুমি মোৰ লগৰীয়া।

## কৃষ্ণৈলৈ ।

প্ৰত্যেক গোপালে যদি সঁচা কথা কয়,
তুমিও লগৰে গৰখীয়া,
তেনেহ’লে পাৰোঁ। হ’ব তুমি কোৱা দৰে
তোমাৰ লগৰ লগৰীয়া ।

জাৰ কালি চেঁচা হয় পৰ্ব্বতৰ শিল,
ধাননিত গৰু নচৰায়,
ধাৰ ছিগে জৰণাৰ খৰালি পৰিলে,
গুচি যায় কুলিও নোলায় ।

জঁয় পৰি গ’লে ফুল পাহ পাহ হয়
গোন্ধ উৰি কেনিবাদি যায়,
আলফুল মালতীও শুকায় লাজতে,
গছতেই গোলাপো লুকায় !

বাঁহীয়ে নোধোৱে কাৰো কলীয়া অন্তৰ,
নাই দেখা নচা গৰখীয়া,
তেও বুলি তুমি যদি ভালপোৱা মোক
তোমাৰেই হ’ম লগৰীয়া ·

## নেপাওঁ তোমাক ভাল।

নেপাওঁ তোমাক ভাল কদাপি নেপাওঁ,
　　তেও দেখোঁ তুমি গ'লে বেয়া লাগে মোৰ ;
তোমাক সদাই দেখা ওখ আকাশৰ
　　হ'ব খোজোঁ মন্নো এটি দেখি তৰাবোৰ।

নেপাওঁ তোমাক ভাল, যদিও নেপাওঁ
　　তুমি কৰা বন-বাৰি মোৰ মনে ধৰে,
পৃথিবীত আন আৰু যিবা কিবা আছে
　　ভালবোৰো অতি বেয়া ৰিজালে তোমাৰে।

নেপাওঁ তোমাক ভাল, তুমি আঁতৰিলে
　　থং উঠে মোৰ যদি মধুৰ মাতেৰে
তোমাৰ কথাৰ সুৰ কাণৰ মাজত
　　বাজি থকা কোনোবাই আহি ছেদ কৰে।

নেপাওঁ তোমাক ভাল, তোমাৰ চকুৰ
　　জ্যোতি আৰু কথা কোৱা, নির্ম্মল গঠন,
টোপনিতো দেখা পাই ভাল লাগে মোৰ,
　　নাই লগ পোৱা আৰু তেনে আন জন।

তোমাক নেপাওঁ ভাল সঁচাকৈয়ে মই,
সঁচা কথা ক'লে কাক কোনে পতিয়ায়!
আটায়ে মোকেহে গৰিহণা কৰি যায়,
তুমি যোৱা বাটৈল যদি থাকোঁ চাই।

———

## থিতাতে।

চকুত পৰিল চকু এখন্তক বেলি
নুখুজিলোঁ চকু আঁতৰাব,
নেজানিলোঁ শেহলৈও এয়ে হব বুলি,—
এতিয়া নোৱাৰোঁ এৰি যাব।

হুমুনিয়া' আশা মোৰ এয়েহে সম্বল,
তপত লাগিছে মোৰ গাত,
হিয়াৰ তাপত মোৰ পানী উতলিব—
তাৰ ভাপ নেলাগে তোমাত।

তুমিও মনত যদি ঠাই দিয়া মোক
থিতাতে সোমাই থিত ল'ম,
জানি আহি কিহেৰে নো মোক বান্ধি ল'লা,
সকলোকে আগলই ক'ম।

———

## ভাবৰ ভাষা।

মুখৰ মাতেৰে তুমি নোৱাৰা বুজাব
সৰল চেনেহ হৃদয়ৰ,
যাক তুমি ভালপোৱা তাক কেতিয়াও
একো কথা নক'বা মুখৰ।

প্ৰণয়ৰ ভাষা, তাৰ বেলেগ গঠন
কথা ৰূপ আকৃতি;নলয়,
হুমুনিয়া' একোটিয়ে অসাধ্য সাধিব,
সাতকাণ্ড ৰামায়ণ কয়।

জিভাৰ আশয় পোৱা অতি টান কাম
কিবা ক'বা কিবা হই যায়,
ভাবৰ বিকাশ হ'লে ঠাৰ-চিয়াৰত
ঠিক ভাব ঠিকে ঠিকে পায়।

---

## বিদেশী।

গুচি গ'লা বাটে বাটে চকু-পানী টুকি,
উলটিলোঁ ময়ো সেইদৰে ;
আকৌ দুইৰো দেখা হ'ব কেতিয়াবা
তেনে আশা মনেও নকৰে।

নাছিল চিনাকি কাৰো, লগ লাগি থাকি
হইছিলো প্ৰাণৰ সমান,
আঁতৰিলোঁ দুয়ো আমি, বিধিয়ে কৰালে,
কি কৰিবা বিধিৰ বিধান!

নেদেখিম বেথা লগা বদন তোমাৰ,
নুশুনিম মনমোহা মাত,
তেও বুলি পালে হ'লে তোমাৰ আখৰ
দুয়োটিকে লগ পাম তাত।

বহুত মনৰ কথা মনতে থকিব
কবলই তুমি নাইকিয়া,
নোৱাৰি সকলো কথা চিঠিত লিখিব,
নিলগত আমি নিসঙ্গীয়া।

হৃদয়ৰ 'কেমেৰাত' যিটি সঁচ আছে
সেই সঁাচ চিৰস্থায়ী ৰ'ব,
কল্পনা পটত তাৰ ছবি চাবি ললে
এখন্তেক, বেজাৰ গুচিব।

সেইদৰে হৃদয়ৰ 'ৰিকৰ্ড' খনিত
আঁকা আছে সঙ্গীত তোমাৰ,
কল্পনাৰে মাজে মাজে তাকেই বজাই
ভুঞ্জিম আকৰ অমিয়াৰ।

কিন্তু হ'লে শান্তি আৰু নেপাওঁ মনত
নিজে তুমি থকাৰ নিচিনা,
বহুদিন হই গ'লে, দেখা দেখি হ'লে
তুমি মোক চিনা কি নিচিনা!

---

## সখি।

কোনে উলিয়ালে এই হৃদয় বান্ধনী
সংসাৰৰ বান্ধৱ এজন,
যাৰ পৰা একো কথা নেথাকে লুকাই—
সখি তেওঁ, হিয়াৰ ৰতন।

কিমান মধুৰ লাগে এই জীৱনত
পালে কোনো উপযুক্ত জন,
যাৰ প্ৰীতি মৰমত নিশ্চিন্ত মনেৰে
শুব পাৰি শান্ত কৰি মন।

সুখত নেলাগে একো সখিৰ বুজনি
তেওঁ মাথোঁ থাকে ৰং চাই,
দুখত সখিয়ে আহি শীতল মাতেৰে
হৃদয়ৰ উত্তাপ গুচায়।

প্ৰকৃত সখিৰ সংখ্যা নিচেই তাকৰ
ক'ৰবাত এজন মাথোন,
পালে হ'লে কেতিয়াবা যথাৰ্থ এজন
তেনেকুৱা হ'ব আৰু কোন ?

---

## বাটৰুৱা ।

কিয় তুমি চাই আছা মোৰ পিনলই
যাওঁ মই পথিক পথৰ,
নেজানা কোন নো মই, কোন পিনে যাওঁ
কি বিচাৰি যাওঁ জীৱনৰ ।

নঙ্গলাত ধৰি আছা একে থিৰে চাই,
কাঢ়িছা দীঘল হুমুনিয়া,
পাহাৰিছা সংসাৰৰ সকলো বান্ধনি,
ৰই আছা অকলশৰীয়া ।

দেখিছোঁ তোমাক মই কোমল ভাবৰ,
উপজিলা গাঁৱৰ মাজত,
নাই একো বেয়া ভাব তোমাৰ মনত,
সৰলতা সানিছা মুখত ।

মই হ'লে এ'তিয়াই আঁতৰি আহিলে
নেথাকিব তোমাক মনত,
তোমাৰ সুন্দৰ ছবি পবিত্ৰ ভাবৰ
মাৰ যাব স্মৃতিৰ পটত ।

পুবৰ ৰাঙলী বেলি উলটি আকউ
ভুমুকি মাৰিলে পচিমত,
তেহে মোৰ কেতিয়াবা কোনোবা এদিন
হ'ব দেখা তোমাৰ লগত ।

———

## ধুন ।

যেই সেই ফুল ধুনেৰে শুৱনী
ভাল লাগে মোৰ চকুত পৰিলে,
চাই থাকোঁ মানে নেলাগে আমনি
কাৰো ধুন ক'তো কাৰেও নিমিলে ।

ইমান মানুহ আছে পৃথিবীত
বেলেগ বেলেগ গাইপতি গুণ ;
একেটি ঠালৰে ফুল ফুলনিত
বেলেগ বেলেগ গাইপতি ধুন ।

চকুৰ কাণৰ তৃপ্তি সকলোৱে
সদাই বিচাৰি ফুৰে—ক'ত পায় ;
নিজে সুখ লয়, তাৰ পৰা কেৱে
অপকাৰ হ'ল অলপো নেপায় ।

ফুলদৰা মই চাওঁ প্ৰাণ ভৰি
হাতেৰে নোছোঁও এপাহিও তাৰ,
মুহুৰ্ষিবা মোক দোষাৰোপ কৰি
নহওঁ সীমাৰো ফুলনিৰ পাৰ ।

ধুনৰ প্ৰশংসা প্ৰকৃতি-লক্ষণ,
ধুন সকলোৱে উমৈহতীয়া ;
সকলোৱে বাবে ধুনৰ সৃজন—
নহয় থকাৰ অকলশৰীয়া ।

---

## ৰূপহী ।

আঘোন মহীয়া ধান গাত ৰদ সানি
হাঁহি আছে পথাৰত সোণালী ৰঙ্গেৰে
ঘৰৰ জীয়াৰী আহি লৈ কাচি খনি
দাইছেহি পকা ধান মন উলাহেৰে ।

কিনো চাবা, কিনো ক'বা, কিনো মনোহৰ,
মিলি যায় ৰূপহীও ৰূপহী ধানেৰে ;
দুইৰো সোণালী ৰং নাই ভেদ পৰ,
ৰূপহীৰো ৰূপ চৰে সোণালী ৰদেৰে।

ওপৰত সূৰ্য্যদেৱ সোণালী ৰহন,
পথাৰ ধানেৰে ঢকা সোণালী বৰণ,
মাজত ৰূপহী দেবী সোণালী বদন,
মনমোহা দৰশন অতি বিতোপন।

গধূলি চপাব ধান লক্ষ্মী ভঁৰালৰ,
সোমাব ৰূপহী ঘৰ লক্ষ্মী ভিতৰৰ,
লুকাব সোণালী ৰ'দ লক্ষ্মী আকাশৰ,
তিনি পিনে তিনি লক্ষ্মী যাব পথাৰৰ।

---

## ছাঁ।

এবাৰ খুজিও ছাঁক নোৱাৰা এৰিব,
যেনি যাবা লগে লগে যায় ;
তিৰোতাকো তুমি লগ নিদিলে ধৰিব
গৈ থাকে তোমালকে চাই।
ভাবি চোৱা আইদেও, কি দশা তোমাৰ,
তোমালোক ছঁয়া মাথোঁ বুজিবা আমাৰ।

পুৰা আৰু গধূলিত ছঁয়া দীঘলীয়া,
দুপৰীয়া চুটি হই পৰে ;
প্ৰণয়ৰ আদি অন্ত তিৰোতাৰো সেয়ে,
মাজ ভাগ সেও হই পৰে।
ভাবি চোৱা আইদেও, কি দশা তোমাৰ,
তোমালোক ছঁয়া মাথোঁ বুজিবা আমাৰ।

---

## আকৰ্ষণ।

দুটি বস্তু আঁতৰত টনাটনি কৰে
নেথাকে আঁজোৰ আৰু ওচৰ চাপিলে,
সেইদৰে দুটি প্ৰাণ, আঁতৰৰ পৰা
মিলো মিলো, কিন্তু শেষ মিলিব পাৰিলে।

ঘিডালি জৰীয়ে টানি ওচৰ চপায়,
চাপে মানে সেই জৰী ঢিলা হৈ যায়,
দুয়ো আহি লগ লাগি পৰিব যেতিয়া
জৰীৰ নেথাকে একো কামেই তেতিয়া।

---

## পেঁপা।

শুনিছোঁ পেঁপাৰ মাত পথাৰৰ পৰা,
ৰঙা বেলি মাৰ যায় যায়,
আহিছে গৰুৰ জাক পথৰুৱা বাটে,
ওচৰত গৰখীয়া নাই।

গৰখীয়া ভোল গৈ গৰুকো এৰিলে
    পথাৰতে আছে আজি বৈ,
মানুহৰ মাতে ক'ব নোৱাৰা কথাকো
    কয় আজি পেঁপাটিক লৈ।

কোনেনো সাজিলে পেঁপা ইমান কোমল,
    ভাল লাগে শুনি নিলগত,
শুনিলে পেঁপাৰ মাত থৰকৈ বয়
    তেজ-সোঁত মোৰ শৰীৰত।

---

## বিহু।

গাঁৱৰ বাহিৰে গৈ গছৰ তলত
সকলো ছোৱালী মিলি বিহুৰ দিনত
    ৰঙ্গ মনে নাচে গায়,
    যাওঁতায়ো বৈ চায়,
        টকা বাজে-স্নামৰ লগত।

পাহৰে সমাজ-বান্ধ উলাহ মনেৰে,
লগ লাগে গৈ ভাত মনৰ মিলেৰে,
    তালে তালে মিলি যায়,
    হাতৰ চাপৰি বায়,
        মিলা প্ৰীতি ভাব সকলোৰে।

পথাৰে উশাহ লয়,
লগত সুগন্ধ বয়,
পেঁপা বাজে, অলপো নবয়;
চৰায়ে ৰঙ্গেৰে গায়,
কৰে গৈ ভোমোৰাই
ফুলানতো তাৰে অভিনয়।

গৰখীয়া গৰু লৈ আহোঁতে উলটি
গায় আহে ৰঙ্গ মনে বসন্তৰ গীত,
বুৰাই ধূলিয়ে মুখ গৰুৰ খোজৰ,
হেৰায় হাতৰ গৰু আহি পদূলিত,
তেও তাৰ কাণসাৰ অলপো নেথাকে,—
মন গৈ ক'ৰবাত থাকে।

যেনি যাবা হুঁচৰিৰ মাতকে শুনিবা
ঠন ধৰা ডুবৰিক গছকি ফুৰিবা,
কপৌ ফুলত আহি
গছৰ ডালত বহি
বতাহে ৰঙ্গেৰে চুমা খায়,
বিহুৰে জীৱন নতুনায়।

———

## চাপৰি ।

মানুহৰ সমাগম নিচেই বিৰল,
জাঁওবন ইমূৰে সিমূৰে,
ওচৰ গাঁৱৰ পৰা ঘাটলৈ অহা
ছোৱালীবিলাক তাতে ফুৰে ।

বতাহ বলিলে তাত সো-সো কৰা শুনি
মন মোৰ থিৰ হৈ ৰয়,
সীতাৰ চুলিৰ গাত বহু সুৰ বাজে
যদি তাত ধীৰ বায়ু বয় ।

বছৰি নতুন গছ, বান পানী আহি
ধুই নিয়ে গোটেই চাপৰি ;
ওচৰেদি নাও যায়, মন যায় মোৰ
থাকোঁ যেন চাপৰিতে ফুৰি ।

---

## বসন্ত ।

জিলমিল নিয়ৰৰ লোকাপাৰ পিন্ধি
মাৰাহি ভুমুকি তুমি উষাৰ কালত,
কেউ পিনে জগতৰ
ৰমণীয় কাননৰ
ফল ফুলে দেখা দিয়ে তোমাৰ লগত ।

পাহাৰে পৰ্ব্বতে গায় সুমধুৰ গান,
ভৈয়ামে নিৰলে তাত পাতি থাকে কাণ,
আহাঁ বুলি ভাবি থাকোঁ
তোমালৈ চাই থাকোঁ
তোমাৰ চৰণ ধূলি দিবা বুলি দান।

বতাহে সাবটি চুমা সকলোকে খায়
সুগন্ধি ফুলৰ গাত সাঁচ বহি যায়,
পুৰা আৰু গধূলিত
জুৰ লগা বতাহত
গোন্ধৰ আমোল-মোলে জীৱন জুৰায়।

সজোৱা জগত খনি তোমাৰ হাতেৰে,
হৃদয় উপচি যক তোমাৰ চুমাৰে,
সজোৱা জগত খনি
কবিতাৰ কৰা ৰাণী
ওপচক দেশ খনি ভাৱ কবিতাৰে।

———

## সন্ধ্যাদেৱী।

সুলক্ষণা সন্ধ্যাদেৱি, তোমাৰ কাণত
মানুহৰ গীত শুনি ভাল লাগে জানো ?
শুনা গীত তুমি ধুমুহাত,
সৰু জুৰি বৈ থকা পৰ্ব্বতৰ গাত।

সন্ধ্যাদেবি, সূৰ্য্যদেৱ বহে পচিমত,
সোণালী বৰন সনা চুলিতাৰি মেলি ;
ওপৰত ডাৱৰ উঠিছে
জালী-কটা চন্দ্ৰতাপ তাত ওলমিছে।

দেখা যায় ৰিণি ৰিণি ওখ আকাশত
বাঁহৈল উৰি যোৱা চৰাইবিলাক ;
কাণত বাজিছে আহি
সিঁহতৰ মাৰ যোৱা সুমধুৰ হাঁহি।

দিনত লুকাই থকা তৰাৰ সমাজ
তোমাক দেখিলে আহি আকৌ ওলায়,
দেখা দিয়ে এটি দুটি কৰি
গাইপতি মণ্ডলৰ আৰোৱান ধৰি।

লৈ যোৱা সন্ধ্যাদেবি, চাওঁগৈ মই
এনে দেশ, যত আছে সুন্দৰ কানন,—
নহয় মানুহে সজা,
ঋষিৰ নিবাস,—নানাবিধ গছ গজা।

তাৰ ওচৰেদি বোৱা মন্দাকিনী নৈ
বগা ঢৌ তুলি তুলি পাৰত শিলেৰে ;
বহিম পাৰতে তাৰ,
পাৰোঁ বা নোৱাৰোঁ গীত গাম সন্ধিয়াৰ।

———

## পন্থা আৰু প্ৰবৰ্ত্তক।

বহু দেশ-বিদেশত বহুত পুৰুষে
বান্ধি গ'ল কেবাটিও পথ,
কেউটিৰ লক্ষ্য একে, স্বৰ্গৰ স্থলা,
ভকতৰ ভকতিৰ ৰথ।

যি থনি ৰথতে উঠি যিটি পথ ল'বা
পাবাগই স্বৰগ তাৰেই,
যেনেকই ভাবা তুমি যিটি পথে চলা
পাবাগই একেজনকেই।

প্ৰবৰ্ত্তক সকলোৱে নেসাজে নতুন,
অনাদিৰ অৰ্থ উলিয়ায়;
নকৰে নতুন জাত, মনতো নেভাবে,
ভকতেহে লোকক বিণায়।

জ্ঞানী লোকে নিজে ডাঠি কদাপি নকয়
নিজৰ কথাকে ঠিক বুলি,
নিজৰ চৰণ-চাব কামত এৰিব,
নেযায় ভৰিৰে নিজে তুলি।

চকু থকা লোকে ভাল দেখে অইনতো,
অইনৰো ভাল গুণ গায়,
লোকক দেখিলে ভাল, নিজৰ ঘৰক
বিণ কৰা বুলি নুবুজায়।

পুথি পঢ়ি নাম কৰি জ্ঞানী হয় যদি
অমঙ্গল আৰু তাকৰিব,
জ্ঞান-কলহৰ পৰা অস্থান উগাৰি
মানুহ ভুলাব নোৱাৰিব।

একোজন পুৰুষৰ সময়-বালিত
ৰৈ যায় চাব চৰণৰ,
হয়তো সময় মতে মাৰ যায় গৈ,
নতু পৰি আৰু ডাঙ্গৰৰ।

যি থানত অতীজৰ পুৰুষ লোকৰ
আছে লীলা-খেলা কৰা ঠাই,
তাত আজি স্মৃতি-চিহ্ন জলিব লাগিছে
যদিও শিলেৰে সজা নাই।

একোজন পুৰুষৰ একো আঁজোৰত
বহু যুগ আগ বাঢ়ি যায়,
একোজন পুৰুষৰ একোটা ঠেলাই
বহু কাল সংসাৰ চলায়।

যেতিয়া ৰবহি আহি সমাজৰ গতি,
নাইবা হুঁচাক পিচ পৰে,
তেতিয়া আকৌ আহি একোজন লোকে
সমাজৰ গুৰি বঠ ধৰে।

কোমল পানীত সৰু-সুৰা গুৰিয়ালে
নাও খনি বাই লৈ যায়,
টান পানী পৰিলেহি, বলীয়ে সিদৰে
বলেৰে বালেহে আগুৱায়।

যেনে নাৱৰীয়া লাগে ঠিক তেনে পাবা
য'ত যেনে সোঁত তেনে চাই ;
য'ত যিটি আৱশ্যক আপুনি ওলাব,
আপুনি লবহি নিজ ঠাই।

নৈয়েনো কিমানবাৰ সোঁতা এৰি যায়
তাৰ একো লেখ-জোখ নাই।
সমাজৰ গতো লৰি থাকে সেইদৰে
যেতিয়া যিটিৰে ছল পায়।

ভকতে ভকতি যদি কৰে বৰকৈ
মহত্ত্ব তাকৰে মহত্তৰ ;
টানি আনি মহতকো ভকতে লগোৱা
সুমায় ভিতৰ বিবাদৰ।

মহতৰ হিয়া খনি সদাই বহল,—
সকলোকে সম ভাৱে চায় ;
কোন বৰ কোন সৰু তেনে মীমাংসাৰ
ওচৰেও কদাপি নেযায়!।

মহতে নভবা কথা প্ৰচাৰে ভকতে
মহতৰ নাম মিহলাই,
নিজে যাক বেয়া পায় তাৰ ওচৰত
বিকৃত মহত্ত্ব দেখুৱায়।

কেতিয়াবা মহতৰ মহত্ত্ব লুকায়
ৰঞ্জিত কৰোঁতে গই গই,
সঁচা মিছা মিহলাই চিন মাৰি দিলে
বাছি উলিয়াবা কেনেকই ?

নকৰিবা অপমান মহত জনক
অতি-মহতেৰে একে কৰি,
থাকিব একলা কম অৱতাৰ হয়ো
এই পৃথিবীত জন্ম ধৰি।

কোনোজন পুৰুষৰ আদৰ্শ নলয়
সকলো মানুহে পৃথিবীত,
নেথাকেও একেদৰে, সোনকালে নবে
পৰে যদি চকু আনটিত।

নতুনত মানুহৰ তৃপ্তি চিৰদিন,
একে মত নেথাকে সদাই ;
সত্যৰ সন্ধান চলি থাকে যত দিন
চিৰস্থায়ী একোকে নেপায়।

বাট হ'লে লৰ্‌চৰ্‌ হৈয়েই থাকিব
সমান্তৰাল গতি ধৰি ;
অনন্তৰ পিনে যাব একে পিনলই
একে মুখে একে লক্ষ্য কৰি

---

দিয়া ।

শক্তি দিয়া প্ৰভু মোক
কৰিম তোমাৰ কাম,
ভক্তি দিয়া প্ৰভু মোক
জপিম তোমাৰ নাম,
ত্যাগ দিয়া প্ৰভু মোক
কৰিম তোমাক ধ্যান,
জ্ঞান দিয়া প্ৰভু মোক
শুনিম তোমাৰ গান,
যোগ দিয়া প্ৰভু মোক
কৰিম বেয়াক ভাল,
বিদ্যা দিয়া প্ৰভু মোক
ভেদিম মায়াৰ জাল,
মুক্তি দিয়া প্ৰভু মোক
শোধাম তোমাৰ ধন,
যিবা তুমি দিবা প্ৰভু
তোমাতেই নিবেদন ।

---

অন্ত ।